# সংস্কৃত নাটকৰ সাধু

## প্ৰথম ভাগ



শ্ৰীদণ্ডিনাথ কলিতা

# সংস্কৃত নাটকৰ সাধু

প্রথম খণ্ড



শ্ৰীদণ্ডিনাথ কলিতা প্ৰণীত।

তেজপুৰ।

১৮৭৩ শক।

( খৃষ্টাব্দ ১৯৫১ )

মূল্য—৪৷৷০

# অৰ্পণ

শ্ৰীযুক্ত অমিয় কুমাৰ দাসৰ হাতত।

প্ৰিয় অমিয়,

"সংস্কৃত নাটকৰ সাধু" লিখাৰ মূলত তোমাৰ অনুৰোধ আৰু আগ্ৰহ। সেই কাৰণে তোমাৰ হেপাহৰ বস্তু তোমাৰ হাততে অৰ্পণ কৰিলোঁ।। ইতি—

তেজপুৰ।
১৮৭০ শক, ৪ ভাদ।

শুভাকাঙ্খী
গ্ৰন্থকাৰ।



# পাতনি।

[ লেখক--অধ্যাপক বাণীকান্ত কাকতি এম, এ, পি, এইচ, ডি। ]

শ্রীদণ্ডিনাথ কলিতাৰ ৰচনাৰ পাতনিৰ আৱশ্যকতা নাই। তেওঁৰ ৰচনাই বিচাৰে গুণা-গুণ আলোচনা। তেওঁৰ সাহিত্য-জীৱনৰ উদয় হয় খৃষ্টীয় ১৯১১ শকাব্দৰ পৰা। সেই বছৰত তেওঁৰ "ফুল" বোলা উপন্যাসখনি প্ৰকাশ হয়। সেই বছৰতে আমি কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগাওঁ। আমি সমপাঠী—তেওঁৰ প্ৰতি আমি প্ৰশংসাৰ দৃষ্টিপাত কৰিছিলোঁ।

তেতিয়াৰে পৰা আজিলৈকে চল্লিচ বছৰৰ ভিতৰত সহপাঠীসকল কোন কোন ফালে গ'ল বিচাৰি উলিওৱা টান। কিন্তু কলিতাই অসমীয়া সাহিত্যৰ শুকান বালিৰ পৰা নাঙল মুতুলিলে। স্কুল-মাষ্টৰী জীৱনৰ দাৰিদ্ৰ্যৰ পোৰণি তেওঁ সাহিত্য-চৰ্চ্চাৰ শীতল বতাহত মাৰ নিয়াবলৈ চেষ্টা কৰিলে। কাব্য, উপন্যাস, নাটক, ব্যঙ্গ কবিতা আদিৰে তেওঁৰ সাহিত্য-প্ৰচেষ্টা ফলৱতী হৈ উঠিছে। আৰ্থিক চিন্তাৰ দ্বাৰা কোনো দিন লক্ষ্যভ্ৰষ্ট হোৱা নাই।—তুই এখন স্কুলীয়া পাঠ্য পুস্তকো লিখিব পাৰিলেহেঁতেন।

স্বৰ্গীয় বেজবৰুৱাৰ পিছত একাণপতীয়াভাবে যথালাভ

পণ কৰি অসমীয়া সাহিত্য চৰ্চ্চা কৰা লোক কলিতাত বাজে দ্বিতীয় এজন নোলায়। আন আন ক্ষেত্রত "ত্যাগী" পুৰুষৰ সংখ্যাৰ লেখ নাই, কিন্তু সাহিত্য ক্ষেত্ৰৰ ত্যাগীক একেটা আঙুলীৰে গণিব পাৰি। এই বিৰলতাতেই সাহিত্যিক ত্যাগীৰ শ্ৰেষ্ঠতা। তিনি টকা দৰ্ম্মহাৰে জীৱন আৰম্ভ কৰা ৺হেমচন্দ্ৰ বৰুৱা এজনো অসমীয়া ভাষা-ভাষী বৰ্ত্তি থাকে মানে জীয়াই থাকিব।

অজস্ৰ মৌলিক ৰচনাৰ মাজতো কলিতাদেৱে সংস্কৃত সাহিত্যৰ ৰস-সম্ভাৰ সংগ্ৰহ কৰিবলৈ আজৰি উলিয়াইছে। আমাৰ অসমীয়া ভাষা-ভাষীৰ সংস্কৃত সাহিত্যৰ লগত পৰিচয় ঘটিছে শঙ্কৰী যুগৰ অনুবাদৰ ভিতৰেদি। পাঁচ শ বছৰৰ মূৰত কলিতাদেৱে নতুন সংযোগ এটি বিচাৰিছে সংস্কৃত নাট্য-কাব্যৰ ৰস-গ্ৰহণত।

কলিতাদেৱে আটাইবোৰ প্ৰসিদ্ধ সংস্কৃত নাটকৰ আখ্যান-বস্তু গল্পৰ আকাৰত ভাঙি উলিয়াইছে। বৰ্ত্তমান পুস্তক প্ৰথম খণ্ডহে। ৰচনাৰ গুণাগুণ-বিচাৰ নিষ্প্ৰয়োজন। আমি লেম্বৰ "চেক্‌স্‌পীয়াৰৰ সাধু" ( Lamb's Tales from Shakespeare ) পঢ়ি আনন্দ পাওঁ বুলি কওঁ, কলিতাৰ "সংস্কৃত নাটকৰ সাধু" পঢ়ি আনন্দ লভিবৰ যোগ্যতা অসমীয়া পাঠকৰ নহব নে?

গুৱাহাটী।
১৬।৭।৫১

শ্ৰীবাণীকান্ত কাকতি।

# গ্ৰন্থকাৰৰ নিবেদন।

শ্ৰীযুক্ত অমিয়কুমাৰ দাসে "বাঁহী"-সম্পাদনৰ ভাৰ লৈ তাত প্ৰকাশ কৰিবৰ নিমিত্তে সংস্কৃত নাটকৰ সাধু লিখি দিবলৈ এই লেখকক ভাৰ দিয়ে। তেওঁৰ অনুৰোধ-মতেই এই সাধুবিলাক লিখা হয়। বাঁহীত ইয়াৰ কেইটামান ছপা হৈ ওলাইছিল আৰু সেইকেইটাই সকলোৰে সমাদৰ লাভ কৰিছিল। কিন্তু বাঁহী হঠাৎ বন্ধ হৈ যোৱাত সকলোখিনিয়ে বাইজৰ ওচৰ চাপিবলৈ সুযোগ নাপালে। তেতিয়া গোটেইখিনি লগ লগাই কিতাপৰ আকাৰত ছপাই উলিয়াবলৈ স্থিৰ কৰা হ'ল, কিন্তু মহাযুদ্ধৰ কাৰণে কাগজ দুষ্প্ৰাপ্য হৈ পৰাত সাময়িক ভাবে সেই সঙ্কল্পও এৰি দিব লগাত পৰিল। এতিয়া ইমান দিনৰ মূৰত আংশিকৰূপে হ'লেও সঙ্কল্প সিদ্ধি হোৱাত লেখকৰ মনত পৰম আনন্দ মিলিছে।

নাটক আৰু গল্প বা উপন্যাস সুকীয়া বস্তু। দুয়োৰে প্ৰকাশৰ ৰীতিও সুকীয়া। নাটকৰ অঙ্কবোৰ চমুকৈ লিখি গ'লেই গল্প নহয়। গল্পৰ সৌন্দৰ্য্য ৰক্ষা কৰিবলৈ হ'লে নাটকীয় ঘটনাবিলাক নতুন গঢ়েৰে সজোৱাৰো সময়ত প্ৰয়োজন হয় আৰু বহুত সুন্দৰ কবিতাময় উক্তিও এৰিব লগাত পৰে। এই গল্পবিলাকতো

তেনে কৰা হৈছে আৰু প্ৰয়োজন মতে ক'ৰবাত দুই-এশাৰী কথা যোৰাও লগোৱা হৈছে। অৱশ্যে লেখকে এইখিনি স্বাধীনতা গ্ৰহণ কৰিলেও নাটকৰ মূল কথাৰ যাতে লৰচৰ নহয় তালৈ বিশেষ লক্ষ্য ৰাখিছে। সেই কাৰণেই কোনো ঠাইত মূলৰ ভাব সম্পূৰ্ণৰূপে ৰক্ষা কৰিব পৰা অসমীয়া প্ৰতিশব্দ নোপোৱাত মূল সংস্কৃত শব্দকে ৰাখি থ'ব লগা হৈছে,—যেনে সংবাহক, মুদ্ৰা, সুবৰ্ণভাণ্ড, শোধনক, কঞ্চুক ইত্যাদি।

সংস্কৃতত দৃশ্যকাব্যবিলাকৰ নাম বিশেষণ-স্বৰূপে ব্যৱহৃত হয়, তাৰ পিচত নাটক, প্ৰকৰণ, নাটিকা আদি শব্দ উহ্য থাকে। সেই কাৰণেই নাটক-প্ৰকৰণৰ নাম অভিজ্ঞানশকুন্তলম্, স্বপ্নবাসৱদত্তম্, মৃচ্ছকটিকম্ ইত্যাদি আৰু নাটিকাৰ নাম প্ৰিয়দৰ্শিকা, ৰত্নাৱলী ইত্যাদি। অসমীয়াত কিন্তু কিতাপৰ নাম বিশেষ্য পদেৰেহে বুজোৱা হয়। সেই কাৰণে ইয়াত মূল কিতাপৰ নামটো ৰাখিলেও অসমীয়া ৰীতি-অনুযায়ী শকুন্তলা, স্বপ্নবাসৱদত্তা, মৃচ্ছকটিকা লিখা হৈছে।

সংস্কৃত নাটকৰ সাধু লিখাৰ সঙ্কল্প লেখকৰ মনত যদিও কলেজত পঢ়া দিনৰে পৰা আছিল, তথাপি শ্ৰীযুত অমিয়কুমাৰ দাসে টানি নধৰা হ'লে সি কেতিয়াবা কাৰ্য্যত পৰিণত হ'লহেঁতেন নে নহ'লহেঁতেন ক'ব নোৱাৰি। এতেকে এই পুথিৰ পৰা যদি অসমীয়া সাহিত্যৰ কিবা

সম্পদ বাঢ়িছে তেন্তে তাৰ বাবে পাবলগীয়া ধন্যবাদ তেওঁৰেই।

এই গল্পবোৰৰ কেইটামান বাঁহীত ওলোৱাৰে পৰা যিসকল কৃতবিদ্য লোকে লেখকক অভিনন্দিত কৰি সেইবোৰ কিতাপৰ আকাৰত পাবলৈ মুখেৰে নাইবা চিঠিৰে আগ্রহ প্রকাশ কৰি আহিছে, তেওঁলোকলৈও এই ছেগতে লেখকৰ আন্তৰিক ধন্যবাদ আগ বঢ়োৱা হ'ল। ইতি।

তেজপুৰ।
১৮৭৩ শক, ভাদ।

বিনীত—
গ্রন্থকাৰ।

---

সূচী—

# পৰিচয়।

মৃচ্ছকটিকা ( মৃৎ = মাটি, শকটিকা = সৰু গাড়ী ) ৰজা শূদ্ৰকে লিখা এখন প্ৰকৰণ,—সংস্কৃত সাহিত্যত এখনি উৎকৃষ্ট দৃশ্যকাব্য।

বসন্তসেনা নামৰ এজনী বেশ্যা হৈছে ইয়াৰ নায়িকা। এওঁক কেন্দ্ৰ কৰিয়েই নাটকৰ ঘটনাই গঢ় লৈছে। ঘটনাৱলী জটিল আৰু চিত্তাকৰ্ষক। ইয়াত পুথিখনৰ নাটকীয় ৰীতি সলাই গল্পৰ গঢ় দিয়া হৈছে। তেনে কৰোঁতে কোনো ঠাইত দুই এটা কথা জোৰা দিব লগা হৈছে আৰু কোনো ঠাইত একো অংশ বাদ দিয়া হৈছে। এইখিনি লৰচৰ কৰিলেও মূল ঘটনাটো যাতে অবিকৃত থাকে তালৈ লক্ষ্য ৰখা হৈছে।

# মৃচ্ছকটিকা।

## ( ১ )

প্ৰথম অনুৰাগৰ হেঙ্গুলীয়া বোলেৰে গাল দুখনি বোলাই অভিসাৰিকাৰ লয়লাসেৰে সন্ধ্যা সমাগতা। নিলগত নিশাৰ কৃষ্ণ পৰিচ্ছদ ৰিণি ৰিণি দেখা গৈছে। বাহিৰৰ কামত লাগি থকা লোকসকলে নিজ নিজ ঘৰলৈ খোজ লৈছে। এনে সময়ত উজ্জয়িনী নগৰীৰ কামদেৱৰ মন্দিৰৰ প্ৰাঙ্গণত এজনী গাভৰু দেখা গ'ল। গাভৰুৰ দেহত ৰূপ-যৌৱনৰ পয়োভৰ। মনোহৰ সাজ-পাৰ অ[illegible] বহুমূল্য ৰত্নালঙ্কাৰে সেই ৰূপ চতুৰ্গুণে উজ্জ্বল কৰি তুলি[illegible]। তেওঁক দেখি মুগ্ধ নোহোৱাকৈ থকালোক কোনোবা [illegible] নে নোলায়, সন্দেহ। তেওঁ লাহে লাহে ৰাজ-আলি[illegible] ওলাই গজেন্দ্ৰ গতিৰে যাবলৈ ধৰিলে, নূপুৰৰ তালে [illegible] নিতম্বৰ নাচোনে তেওঁৰ ৰূপ-যৌৱন জীৱন্ত কৰি তুলিলে।

হঠাৎ তিনিজন মানুহে তেওঁৰ পিচ ল'লে। মানুহ[illegible] তিনিজনৰ এজন শকাৰ অৰ্থাৎ ৰজাৰ ৰক্ষিতাৰ ককায়েক নাম সংস্থানক। তেওঁ যেনে মূৰ্খ, তেনে অহঙ্কাৰী ; ইফালে মদপীও। ৰাজ্যৰ শান্তি ৰক্ষাৰ ভাৰ তেওঁৰ ওপৰতে। বাকী দুজনৰ এজন তেওঁৰ লগৰীয়া, এজন লগুৱা।

কিছু বাট পিচে পিচে আহি লগৰীয়াজনে মাত

লগালে—“ৰ’বা বসন্তসেনা, ৰ’বা। চকিতা হৰিণীৰ দৰে যোৱা কলৈ?”

শকাৰে ক’লে—“ৰ’বা বসন্তসেনা, নাযাবা, আঙঠাই গা পোৰাদি কাম-জুয়ে মোৰ হিয়া দহি নিছে।”

গাভৰুয়ে কাৰো কথালৈ কাণ নিদি বেগাই যাবলৈ ধৰিলে। শকাৰ আৰু তেওঁৰ সহচৰ কেইজনে নানা প্ৰকাৰে অনুন-বিনয় কৰি পিচ ল’লে। শকাৰে বাৰে বাৰে প্ৰেম ভিক্ষা কৰিও গাভৰুৰ পৰা সমিধান নাপাই বলেৰে ধৰি নিবলৈ আগ বাঢ়িল; মুখেৰে কলে—“ৰামৰ ভয়ত দ্ৰৌপদী পলোৱা দি পলাইছা কিয়? পলাই মোৰ হাতৰ পৰা সাৰিব খুজিছা নে? চাওঁ বাৰু কেনেকৈ সাৰা। বিশ্বাবসুৰ ভনীয়েক সুভদ্ৰাক হনুমানে হৰণ কৰা দি এতিয়াই তোমাক মই হৰণ কৰিম।”

শকাৰে খেদি যোৱা দেখি বসন্তসেনাই ভয়ত দাস-দাসীৰ নাম ধৰি মাতিবলৈ ধৰিলে,—“পল্লবক! পৰভৃতিকা! মাধৱিকা!”

শকাৰ প্ৰথমতে থমক খাই ৰ’ল, তাৰ পিচত ক’লে—‘অ’ তিৰুতাক মাতিছা। আহক কোন আহে। মই বীৰ, মই এশজনী আহিলেও মাৰিব পাৰোঁ।”

কিন্তু কোনো নাহিল। বসন্তসেনাই আপোনা-আপুনি ক’লে—“কোনো নাই। নিজে আত্মৰক্ষা কৰাৰ বাহিৰে আৰু উপায় নাই।”

তেতিয়া আন্ধাৰ ভালকৈয়ে হৈছিল, কৃষ্ণ পক্ষৰ জোন তেতিয়াও ওলোৱা নাছিল। বসন্তসেনাই কেনেকৈ আত্মৰক্ষা কৰিব তাকে ভাবি অলপ আগ বাঢ়োঁতেই আলিৰ দাঁতিত থকা ঘৰ এখনৰ দুৱাৰ মুকলি কৰি কোনোবা ওলাই গ'ল। দুৱাৰ মেলাতে থাকিল; ঘৰৰ ভিতৰত জ্বলি থকা চাকিটোৰ পোহৰ আলিৰ ওপৰত পৰিল। বসন্তসেনাই অলপো বিলম্ব নকৰি সেই পোহৰতে ঘৰৰ ভিতৰ সোমাল। শকাৰহঁত সিমানতো নিৰস্ত নহ'ল, বসন্তসেনাক ঘৰৰ ভিতৰলৈ খেদি গ'ল।

যিটো ঘৰত বসন্তসেনা সোমাল, সেই ঘৰৰ গৰাকীৰ নাম চাৰুদত্ত, বসন্তসেনা তেওঁৰেই প্ৰণয়াকাঙ্ক্ষিণী। চাৰুদত্তৰ নাম নজনা মানুহ উজ্জয়িনীত নাই। তেওঁ এজন ব্ৰাহ্মণ যুবা, ৰূপে, গুণে অদ্বিতীয়; গোটেই দেশৰে ভক্তিৰ পাত্ৰ। ৰজা-প্ৰজা ধনী দুখী, সকলোৰে প্ৰতি তেওঁৰ প্ৰীতি সমান আছিল। জীৱনৰ আগ ছোৱাত তেওঁৰ ঐশ্বৰ্য্য-বিভূতি যথেষ্ট আছিল। কত নিৰন্ন তেওঁৰ অন্নেৰে প্ৰতিপালিত হৈছিল, কত বিপন্নই তেওঁৰ সাহায্যত উদ্ধাৰ পাইছিল তাৰ সীমা নাই। অতিথি-অভ্যাগতৰ নিমিত্তে তেওঁৰ ঘৰৰ দুৱাৰ আৰু হাতৰ মুঠি সকলো সময়তে মুকলি আছিল। এই উদাৰতাৰ ফলতে এতিয়া তেওঁ দুৰৱস্থাত পৰিছে; খাবলৈ পাই ঘৰৰ পৰা মুঠা বন্ধু-বান্ধব-সকলক দেখা পোৱাও টান হৈছে; অতিথি-অভ্যাগতেও

ওঁৰ ঘৰত আশ্ৰয় বিচাৰি আহিবলৈ এৰিছে। তেওঁ
য়া আনক খুওৱা তো দূৰৰ কথা, নিজৰ পৰিয়ালৰ
ণ-পোষণ কৰাই কঠিন হৈ পৰিছে। আগেয়ে তেওঁৰ
য়ালত বহুতো মানুহ আছিল; এতিয়া মাথোন এই
ইজনহে—তেওঁৰ মাতৃ, সাধ্বী ভাৰ্য্যা ধূতা, শিশু পুত্ৰ
ৰোহসেন, বিদূষক মৈত্ৰেয় আৰু বৰ্দ্ধমান, ৰদনিকা আদি
কইজন মান দাস-দাসী। সেইদিনা চাৰুদত্তই গৃহ দেৱতাৰ
পূজাৰ নিমিত্তে নৈবেদ্য সজাই লৈ ওলাই আহিছিল।
তেতিয়া সন্ধ্যা লাগিছিল। লগত আছিল ৰদনিকা বোলা
লিগিৰীজনী। বন্ধুৰ দুৰ্দ্দশাৰ কাৰণে পাৰ চৰাইৰ দৰে
দিনটো বাহিৰত চৰি ৰাতি বিশ্ৰামৰ নিমিত্তে বিদূষকো
তেতিয়া ঘূৰি আহিছিল। দুৱাৰ-মুখতে দুয়োৰো সাক্ষাৎ
হ'ল। বিদূষকে কাষলতি তলৰ পৰা জাতী ফুলৰ গোন্ধেৰে
মলমলীয়া কাপোৰ এখন উলিয়াই চাৰুদত্তক দি ক'লে—
"এইখন তোমাৰ প্ৰিয়বন্ধু জূৰ্ণবৃদ্ধই দি পঠিয়াইছে।"

যি চাৰুদত্তই নানাজনক নানাপ্ৰকাৰে সাহায্য
কৰিছিল, আজি তেওঁ পৰৰ ওচৰত হাত পাতিব লগা হ'ল।
তেওঁৰ মনত ধিক্কাৰ লাগিল, কাপোৰখন হাতত লৈ কিবা-
কিবি গুণিবলৈ ধৰিলে। তেওঁক চিন্তামগ্ন দেখি বিদূষকে
সুধিলে—"বন্ধু! ভাবিছা কি ?"

চাৰুদত্ত।—ভাবিছোঁ।—দুখৰ পাচত সুখ ঘোৰ অন্ধ-
কাৰৰ মাজত চাকিৰ পোহৰৰ দৰে। কিন্তু যি সদায়

সুখত কাল কটাই আছি হঠাৎ দুখত পৰে তাৰ জীৱন-মৰণৰ পাৰ্থক্য কি ?

বিদূষক।—দাৰিদ্ৰ্য আৰু মৃত্যুৰ ভিতৰত বাৰু কোনটো ভাল ?

চাৰুদত্ত।— মৃত্যু ! কিয়নো তাৰ দুখ ক্ষন্তেকীয়া, কিন্তু দাৰিদ্ৰ্যৰ দুখ নাযায়—সুপুৱায়। চোৰাঁচোন আগেয়ে কত আলহীয়ে মোৰ ঘৰত আশ্ৰয় বিচাৰি আহিছিল, কিন্তু আজি মোৰ দুৰৱস্থাৰ গুণে কোনেও ভুমুকি নমৰা হ'ল। আনৰ কথা নালাগে, যি সকলক বন্ধু বুলি ভাবিছিলোঁ, যি দিনে ৰাতিয়ে মোৰ ঘৰ নেৰিছিল তেওঁ-লোককো আজি দেখা নোপোৱাত পৰিলোঁ। দাৰিদ্ৰ্যৰ সমান ডাঙৰ বিপদ আৰু একো নাই।

বন্ধুৰ মনোভাব বুজি বিদূষকে নানাপ্ৰকাৰে বুজনি দিবলৈ ধৰিলে, চাৰুদত্ত আশ্বস্ত হ'ল। তাৰ পিচত বিদূ-ষকক কলে—"মই সন্ধ্যাৰ জপ শেষ কৰি যাওঁ, তুমি এই নৈবেদ্য লৈ গৈ মাতৃসকলক দিয়াঁ।।"

বিদূষকে প্ৰথমে নিবলৈ আপত্তি কৰিছিল, কিয়নো নিতৌ দেৱতাক পূজা কৰি থাকোঁতেও চাৰুদত্তৰ দুৰৱস্থা হোৱা দেখি তেওঁ দেৱতাৰ ওপৰত বিশ্বাস হেৰুৱাইছিল। অকল সেয়ে নহয়, আন্ধাৰ ৰাতি অকলশৰে বাহিৰ ওলাবলৈ তেওঁৰ ভয়ো লাগিছিল। কিন্তু চাৰুদত্তই বেজাৰ পোৱা দেখি শেহত নিবলৈ সন্মত হ'ল। বিদূষকক

নৈবেদ্য খিনি দি চাৰুদত্ত সন্ধ্যা কৰিবলৈ গ'ল। দুৱাৰ মেলি বিদূষক ৰদনিকাৰে সৈতে বাহিৰ ওলাল।

বিদূষকে মেলা দুৱাৰ মেলাতে এৰিছিল আৰু সেই কাৰণেই বসন্তসেনা আৰু তেওঁৰ অনুধাবকসকলে ভিতৰ সোমাবলৈ সুযোগ পাইছিল।

ভিতৰ সোমায়েই বসন্তসেনাই চাকিটো নুমুৱাই দিলে, আন্ধাৰেৰে গোটেই ঘৰ ভৰি পৰিল, কাকো কোনেও নেদেখা হ'ল। সেই অন্ধকাৰৰ মাজতে শকাৰে বসন্তসেনাক ধৰিবলৈ খেপিয়াই ফুৰিবলৈ ধৰিলে। খেপিয়াই ফুৰোঁতে তেওঁৰ লগৰীয়া দুজনৰে এবাৰ এজনক এবাৰ ইজনক ধৰি "ধৰিলোঁ। ধৰিলোঁ।" বুলি চিঞৰি উঠে, পিচত ভুল বুজিব পাৰি এৰি দিয়ে। এনেকৈ কেইবাবাৰো কৰাৰ পাচত লগৰীয়া কেইজনক এফলীয়াকৈ থৈ আকৌ খেপিয়াবলৈ লাগিল। কিছু সময় খেপিয়াই ফুৰাৰ পাচত এবাৰ কাৰবাৰ দীঘল চুলিত হাত পৰিল। "ধৰিলোঁ। ধৰিলোঁ।" বুলি শকাৰ আনন্দত উত্ৰাৱল হৈ উঠিল।

কিন্তু শকাৰে যাক ধৰিলে তেওঁ বসন্তসেনা নহয়, ৰদনিকাহে। তেওঁ এই মাত্ৰ ঘূৰি আহি ভিতৰ সোমাইছিল। ৰদনিকা ভয়ত কঁপিবলৈ ধৰিলে। এনেতে বিদূষক সোমাই আহি ঘৰৰ ভিতৰত বাহিৰা মানুহ সোমোৱা গম পাই ক'লে "কি! আৰ্য্য চাৰুদত্ত দুখত পৰিল বুলিয়েই

যেয়ে সেয়ে তেওঁৰ ভিতৰ সোমাব নে? ই বৰ অন্যায় কথা।"

ৰদনিকাই ক'লে,—"তেওঁক কোনোবাই বলাৎকাৰ কৰিবলৈ ধৰিছে। কথাটো শুনি বিদূষকৰ বৰ খং উঠিল। হাতত লাখুটি এডাল লৈ ক'লে—"কি তইঁতৰ ইমান সাহ! তহঁতে নাজান নে নিজৰ ঘৰত কুকুৰো সাহিয়াল? ৰ'বি, আজি তহঁতৰ মূৰ ভাঙি দিম।"

বিদূষকৰ খং দেখি শকাৰৰ লগুৱাটোৱে বিদূষকৰ ভৰিত ধৰি ক্ষমা খুজিলে, বিদূষকৰো খং মাৰ গ'ল। তেতিয়া তেওঁ অকলৈ তাৰ পৰা ওলাই গ'ল, কিন্তু শকাৰ সহজে আঁতৰা ভকত নহয়। তেওঁ বিদূষকক নানা ভাবে লঘু-লাঞ্ছনা কৰি শেহত ক'লে—"বাৰু মই যাওঁ। তই সেই ভিকহু চাৰুদত্তক কবি যে মই বসন্তসেনাক বলাৎকাৰ কৰিম বুলি কামদেৱৰ মন্দিৰৰে পৰা খেদি আনিছিলোঁ। এতিয়া তাই ইয়াতে লুকাইছে। মই জানো তাই চাৰুদত্তক ভাল পায় আৰু কামদেৱৰ মন্দিৰৰে পৰা তাক বিচাৰিয়েই আহিছে। তই চাৰুদত্তক কবি তাই মোৰ, যদি সি ভালে ভালে তাইক লৈ গৈ মোক দি আহে, তেনেহলে মোৰ বন্ধুতালাভ কৰিব পাৰিব, নহলে নমৰোঁ মানে শত্ৰুতা নুগুচে।"

এইদৰে কৈ লগুৱাটোৰে সৈতে শকাৰ ওলাই গ'ল। বিদূষকে ৰদনিকাক ক'লে, "চাবি যেন এইবোৰ

অপমানৰ কথা চাৰুদত্তৰ কাণত নপৰে। এনেয়ে তেওঁৰ মনত শান্তি নাই, আকৌ এইবোৰ শুনিলে তেওঁৰ অশান্তি দুগুণ হব।”

এনেতে চাৰুদত্ত সোমাই আহিল। বিদূষকে দিয়া কাপোৰখন তেতিয়াও তেঁওৰ হাতত্তে আছিল। তেওঁ বসন্তসেনাৰ কাষ চাপি কাপোৰখন দি ক'লে—“ৰদনিকা, ৰোহসেন বাহিৰত আছে, সন্ধিয়াৰ চেঁচা বতাহত চাগৈ জাৰ লাগিছে, এই কাপোৰখন লবলৈ দে গৈ।”

বসন্তসেনাই কাপোৰখনত জাতী ফুলৰ গোন্ধ পাই তাক শুঙ্ঘি চাই আগ্ৰহেৰে ছটিয়াই ল'লে।

চাৰুদত্তই ক'লে,—“ৰদনিকা যা, ৰোহসেনক ভিতৰলৈ লৈ যা গৈ।”

এনেতে বিদূষকে ৰদনিকাক দেখুৱাই ক'লে,—“এইজনীহে ৰদনিকা।”

চাৰু।—এওঁ নো তেনেহলে কোন? শৰতৰ ডাৱৰে ঢকা জোনৰ দৰে এওঁক দেখা গৈছে। অ'—নহয়, নাচাওঁ; পৰস্ত্ৰীক দৰ্শন কৰা উচিত নহয়।

বিদূষক।—ভয় কৰিব নালাগে। এওঁ বসন্তসেনা; কামদেৱৰ মন্দিৰৰে পৰা তোমাৰ প্ৰণয়াকাঙ্ক্ষিণী হৈ ওচৰ চাপিছে।

চাৰু।—এওঁ বসন্তসেনা!

এই বুলি তেওঁ চিন্তিত হ'ল। বিদূষকে তেতিয়া

শকাৰৰ শেষ কথাখিনি চাৰুদত্তক জানিবলৈ দিলে। চাৰুদত্তই নিতান্ত অৱজ্ঞাৰ ভাবেৰে মাথোন কথাখিনি শুনিলে। তাৰ পাচত বসন্তসেনাক ক'লে,—"বসন্তসেনা! মই চিনি নাপাই তোমাৰ ওচৰত অপৰাধ কৰিলোঁ, এতিয়া মূৰ দোৱাই ক্ষমা খুজিছোঁ।

বসন্ত।—মই অনধিকাৰ প্ৰবেশৰ বাবে আপোনাক সেৱা কৰি ক্ষমা মাগিছোঁ।

এনেকৈয়ে দুজনে সিজনৰ ওচৰত ক্ষমা বিচৰাৰ পাচত বসন্তসেনাই ক'লে,—"মোৰ অলঙ্কাৰখিনিৰ লোভতে সিহঁতে খেদিছিল, সেই কাৰণে ইয়াক মোৰ লগত ৰখা উচিত নহয়। এই সুবৰ্ণভাণ্ড (অলঙ্কাৰ) আপোনাৰ হাতত ৰাখিব খোজোঁ।

চাৰু।—আজি কালি মোৰ ঘৰ আনৰ বস্তু ৰাখিবৰ উপযুক্ত নহয়।

বসন্ত।—ঘৰ উপযুক্ত নহলেও হানি নাই, ঘৰক তো আৰু অলঙ্কাৰ নিদিওঁ। সুবৰ্ণভাণ্ড দিম আপোনাক, আৰু আপুনি যে উপযুক্ত তাত কাৰো সন্দেহ হব নোৱাৰে।

চাৰুদত্তই আৰু আপত্তি নকৰি হাৰধাৰ ৰাখিবলৈ সম্মত হল। তাৰ পাচত বিদূষকক ক'লে—"বয়স্য, এওঁক ঘৰত আগ বঢ়াই থোৱাগৈ।"

বিদু—নহয়, তুমি যোৱাঁ। তেওঁৰ লগত তোমাক হে শুৱাব। মই গলে কৰবাৰ বিপদত হে পৰিম।

চাৰু। —বাৰু সেয়ে হওক, মৰে যাম।

তেতিয়া চন্দ্ৰই আকাশত দেখা দিছিল, ৰাজপথ ৰূপালী পোহৰত জিলিকি পৰিছিল। সেই চন্দ্ৰালোকত বসন্তসেনাক চাৰুদত্তই ঘৰত আগবঢ়াই থলেগৈ। বিদায় ল'বৰ সময়ত দুয়োৰে দৃষ্টিত অনুৰাগৰ চিন বিৰিঙি পৰিছিল।

( ২ )

বসন্তসেনা উজ্জয়িনীৰ এজনী প্ৰসিদ্ধ গণিকা। তেওঁৰ ঘৰ-দুৱাৰ ৰাজ-প্ৰাসাদৰ তুল্য; হাতী-ঘোঁৰা, দাস-দাসী, ধন সোণ বস্ত্ৰ-অলঙ্কাৰৰ লেখ জোখ নাই। লগত তেওঁৰ মাক আৰু ভায়েক থাকে। তাৰ বাহিৰেও তেওঁৰ টোলত বহুতো বেশ্যা থাকে, আৰু তেওঁলোকৰ প্ৰণয়ীদলৰ সমাগম কেতিয়াও বন্ধ নহয়। বেশ্যা হলেও বসন্তসেনাৰ সুখ্যাতি চাৰিওফালে, সকলোৱেই তেওঁক শ্ৰদ্ধা কৰে।

চাৰুদত্তৰ নাম-গুণ তেওঁ সদায় শুনি আছিল, লগে লগে তেওঁৰ প্ৰতি আকৃষ্টও হৈছিল. কিন্তু সেইদিনা কামদেৱৰ মন্দিৰলৈ যোৱাৰ আগলৈকে সেই আৰ্কষণ সিমান প্ৰবল নাছিল। সেইদিনা তেওঁৰ এটা বিৰাট পৰিবৰ্ত্তন ঘটিল, চাৰুদত্তৰ বাহিৰে আনক স্পৰ্শ নকৰিবলৈ তেওঁ মনে মনে সঙ্কল্প কৰিলে।

পিচদিনা বসন্তসেনা বহি আছে, ওচৰতে মদনিকা নামৰ এজনী বেশ্যা। বসন্তসেনাৰ দৃষ্টিত উৎকণ্ঠা প্ৰকাশ পাইছে, কপালত চিন্তাৰ ৰেখা। এনেতে এজনী বান্দী আহি ক'লে,—আইদেউ! বহি বহি কিনো ভাবিছে?

বসন্ত। একো ভবা নাই। কিনো হ'ল?

বান্দী। একো নাই হোৱা, আয়ে কৈছে বোলে গা ধুই পূজা কৰিব লাগে।

বসন্ত। আইক কগৈ মই এতিয়া গা নোধোওঁ, বামুণকে পূজা কৰিবলৈ দিওক।

বান্দী ওলাই গল। মদনিকাই সুধিলে "আইদেউ! কি হৈছে?"

বসন্ত। কিনো দেখিছা?

মদনিকা। মই দেখিছোঁ আপোনাৰ হৃদয়ত কাৰোবাক বহুৱাবলৈ মন কৰিছে।

বসন্ত। ঠিক ধৰিছা, তুমি দেখিছোঁ পৰৰ মনৰ কথাও ধৰিব পাৰা।

মদনিকা। কওকচোন কাক সেৱা কৰিব খুজিছে। ৰজা নে ৰাজবল্লভ?

বসন্ত। কোনো নহয়। আৰু মই সেৱা কৰিব নোখোজোঁ, খোজোঁ খেলা কৰিব।

মদনিকা। বিদ্বান ব্ৰাহ্মণ-পুত্ৰ লাগে নে কি?

বসন্ত। ব্ৰাহ্মণ মোৰ পূজ্য।

মদনিকা। তেনেহলে নানা দেশ-বিদেশত ফুৰা সমৃদ্ধিশালী বণিক-পুত্ৰ লাগে ?

বসন্ত। বণিকৰ স্নেহ থাকিব পাৰে, কিন্তু দেশ-বিদেশত ফুৰোঁতে বিৰহত অশান্তি ভুগিব লাগে।

মদনিকা। ৰজাও নালাগে, ৰাজবল্লভকো নালাগে, বামুণো নালাগে, বণিক-পুত্ৰও নালাগে, তেন্তে লাগে নো কাক ?

বসন্ত। তুমি মোৰ লগত কামদেৱৰ মন্দিৰলৈ গৈছিলা নহয় ?

মদনিকা। গৈছিলোঁ।

বসন্ত। তেন্তে নজনা ভাও ধৰি সুধিছা কিয় ?

মদনিকা। অ' বুজিছোঁ, মন্দিৰৰ আগতে যাৰ প্ৰতি অনুৰাগ জন্মিছিল, আৰু যাৰ ওচৰত আশ্ৰয় লৈছিলগৈ তেওঁক লাগে।

বসন্ত। কোন বাৰু তেওঁ ?

মদনিকা। তেওঁ আৰ্য্য চাৰুদত্ত।

বসন্ত। সঁচা, তেওঁক লাগে।

মদনিকা। কিন্তু তেওঁ দুখীয়া।

বসন্ত। সেই দেখিয়েই মোক লাগে। গণিকাৰ মনে সাধাৰণতঃ দৰিদ্ৰক নিবিচাৰে, মই অসাধাৰণ হ'ব খোজোঁ।

এইদৰে দুয়ো কথাপাতি থাকোঁতেই বাহিৰত আলি-

ৰাটত কোঢ়াল শুনা গ'ল। দেখা গ'ল এজন মানুহক দুজন মানুহে খেদি আহিছে। যাক খেদিছে তেওঁ সংবাহক। খেদা দুজনৰ এজন জুৱাৰী আৰু ইজন জুৱাৰ আড্ডাৰ গৰাকী, নাম মাথুৰ। সংবাহকে মাথুৰৰ পৰা দহোটা মোহৰ ধাৰে লৈ জুৱা খেলিছিল, জুৱাত গোটেই-খিনি হাৰিলে।. এতিয়া পৰিশোধৰ উপায় নথকাত পলাই আহিছে আৰু মাথুৰে জুৱাৰীটোক লগত লৈ পিচে পিচে খেদি আনিছে। ঠিক বসন্তসেনাৰ ঘৰৰ আগতে সংবাহক ধৰা পৰিল। মাথুৰে সংবাহকক মাৰ-ধৰ কৰি ক'লে,—"ধন দে এতিয়াই।"

সংবাহকে দিয়ে ক'ৰ পৰা! তেওঁ নানা প্ৰকাৰে কাকুতি-মিনতি কৰিবলৈ ধৰিলে, কিন্তু ফল একো নহল মাথুৰে ক'লে, "ধন দে, নহলে আজি এৰণ নাই।"

সংবাহক।—ক'ৰ পৰা দিম?

মাথুৰ।—বাপেৰক বেচি দে।

সংবাহক।—বোপাই ক'ত?

মাথুৰ।--মাৰক বেচ।

সংবাহক।--আয়েই বা ক'তা?

মাথুৰ।—তেন্তে নিজকেই বেচ।

সংবাহকে আন উপায় নেদেখি এই প্ৰস্তাবতে সম্মত্ত হ'ল। বসন্তসেনাৰ ঘৰৰ ফাললৈ চাই ক'লে—"আইদেউ! দহোটা মোহৰ দি মোক কিনি লওক। মই আপোনাৰ

সকলো কামকে কৰিম। হায়। আৰ্য্য চাৰুদত্তৰ বিভৱ নাশ নোহোৱা হলে মোৰ এনে দশা নহলহেতেন।"

চাৰুদত্তৰ নাম লোৱা মাত্রেই এজন মানুহ ওলাই আহিল, তেওঁৰ নাম দৰ্দ্দুৰক। দৰ্দ্দুৰক মাথুৰৰ ওচৰ চাপি সুধিলে-"কি হৈছে ?"

মাথুৰ।—ই মোৰ ওচৰত দহোটা মোহৰৰ ধৰুৱা।

দৰ্দ্দুৰ।—উঃ। দহোটা মোহৰ। এটা পুৱাৰ জলপানৰ দাম। তাৰ বাবে এনেকৈ মানুহক মাৰ-ধৰ কৰে নে?

মাথুৰ।—ডাঙৰীয়া, যিটো আপোনাৰ এটা জলপানৰ দাম, সেয়ে মোৰ এটা ডাঙৰ সম্পত্তি।

দৰ্দ্দুৰ। - ভাল কথা। তুমি এওঁক আকৌ দহোটা মোহৰ ধাৰে দিয়া। আকৌ খেলক।

মাথুৰ।--তাৰপৰা কি হ'ব ?

দৰ্দ্দুৰ।—যদি জিকিব পাৰে তোমাক ধন দি দিব।

মাথুৰ।—যদি জিকিব নোৱাৰে ?

দৰ্দ্দুৰ।—নিদিয়ে।

মাথুৰ।—মোক ঠগিবলৈ আহিছা, সি কথা নেচেল। মই মাথুৰ হে। এই বুলিয়েই "ধন দে ধন দে" কৈ মাথুৰে সংবাহকক চৰ, ভুকু মাৰিবলৈ ধৰিলে। দৰ্দ্দুৰকে তাকে দেখি "কি! মই চাই থাকোঁতেই মাৰিবি নে?" বুলি মাথুৰক ধৰিলেগৈ। তেতিয়া আটাই কেইজনৰ দৰৰা-দবৰি লাগিল।

দর্দ্দুৰকে ধূলি এমুঠি লৈ মাথুৰৰ চকুত ভৰাই দিলে। মাথুৰ চকু মোহাৰি পৰি গ'ল। দৰ্দ্দুৰকে সংবাহকক পলাবলৈ ইঙ্গিত দিলে। তাৰ পাচত নিজে নিজে ক'লে— "কথাটো বেয়া হল! প্ৰধান জুৱাৰী মাথুৰৰ লগত কাজিয়া কৰি ইয়াত থকা উচিত নহয়। মোৰ বন্ধু শৰ্ব্বিলকে কৈছিল বোলে আৰ্য্যক নামে গোপাল-পুত্ৰ এজনক ৰজা হ'ব বুলি এজন সিদ্ধই আদেশ কৰিছে। ময়ো তেওঁৰ লগ লওঁগৈ।

এই বুলি দৰ্দ্দুৰক গুচি গ'ল। ইফালে সংবাহক বসন্তসেনাৰ দুৱাৰ মুখলৈ গৈ মাতিলে—"আইদেউ! আইদেউ! ৰক্ষা কৰক, ৰক্ষা কৰক! মই শৰণে পশিছোঁ।"

বান্দী এজনী আহি দুৱাৰ মেলি দিলে। সংবাহক সোমাই প'ল। বসন্তসেনাই ক'লে—"ভয় নাই, মই তোমাক ৰাখিম। কোনটোচোন তোমাৰ ভয় কিহৰ?"

সংবাহক।—ধাৰৰ ভয়।

বসন্তসেনা—ধাৰৰ ভয় কিয়? যি নিজৰ বল বুজি ভাৰ লয়, তাৰ কেতিয়াও বিপদ নহয়।

মদনিকা।—আপুনি নো কৰ পৰা আহিছে? কোন আপুনি?

সংবাহক।—মোৰ জন্মভূমি পাটলিপুত্ৰ; সংবাহকৰ কাম কৰি জীৱিকা উলিয়াওঁ। ইয়ালৈ আহিলোঁ দেশ চাবৰ নিমিত্তে। পিচে জীবিকাৰ নিমিত্তে এজন ভদ্ৰ-

লোকৰ লিগিৰা হৈ আছিলোঁ। তেওঁৰ নিচিনা প্ৰিয়দৰ্শন প্ৰিয়বাদী, শৰণাগত-বৎসল লোক আৰু ক'তো দেখা নাই। তেওঁ দান কৰি কাকো নকয়, কোনোবাই অপকাৰ কৰিলেও মনত নাৰাখে। তেওঁ নিজক পৰৰ নিমিত্তেই উচর্গা কৰিছে, কিন্তু কি হ'ব, বৰ্ত্তমানে তেওঁৰ অৱস্থা ভাল নহয়।

বসন্তসেনা।— গুণ আৰু ধন একেলগে নাথাকে।

মদনিকা।—তেওঁৰ নাম কি?

সংবাহক।—তেওঁৰ নাম এই নগৰত কোনে নাজানে? তেওঁৰ নাম চাৰুদত্ত।

চাৰুদত্তৰ নাম শুনিয়েই বসন্তসেনাৰ এনে আনন্দ উপজিল যে ততালিকে সংবাহকক বহিবলৈ দিলে আৰু তালপাতৰ বিচনী এখনেৰে বিচি দিবলৈ দাসীক আদেশ কৰিলে। তাৰ পাচত সুধিলে—"ধাৰ লাগিল কেনেকৈ?"

সংবাহক।— স্বভাৱৰ দোষত জুৱাত ধৰিছিলোঁ, জুৱাত দহোটা মোহৰ হাৰিলোঁ। এতিয়া জুৱাৰীহঁতে খেদি আনিছে।

বসন্তসেনাই নিজৰ হাতৰ খাৰু সোলোকাই মদনিকাৰ হাতত দি ক'লে— "যোৱা জুৱাৰীহঁতক ইয়াকে দিয়াগৈ।"

মদনিকাই আদেশ পালন কৰি খাৰুপাট মাথুৰৰ হাতত দিলেগৈ। মাথুৰ সন্তুষ্ট হৈ গুচি গ'ল।

বসন্তসেনাই তেতিয়া সংবাহকক বিদায় দিলে।

সংবাহক বিদায় লৈ যাবৰ সময়ত ক'লে—"জুৱাৰী-হঁতে মোক বহুত অপমান কৰিলে, সেই কাৰণে আৰু সংসাৰত নাথাকোঁ। এইবাৰ বৌদ্ধ ভিক্ষু হম।"

সংবাহক ওলাই যোৱাৰ কিছুপৰৰ পাচত কৰ্ণপূৰক সোমাই আহিল। তাৰ মুখত আনন্দৰ জ্যোতি। ভিতৰ সোমায়েই কৰ্ণপূৰকে কলে,— "আইদেউ! আজি কৰ্ণ-পূৰকৰ বীৰত্ব নেদেখিলে!"

বসন্তসেনা।—কি বীৰত্ব?

কৰ্ণপূৰক।—আচল বীৰত্ব। শুনক, আমাৰ খুণ্ট-মোড়ক নামৰ হাতীটো আজি বলিয়া হৈ খুটি ভাঙ্গি মাউতক আহত কৰি ৰাজ আলিলৈ ওলাই গৈছিল। তাৰ ইচ্ছামতে সি গোটেই নগৰতে তাৰ শুঁড়, দাঁত আৰু ঠেঙ্গেৰে বহুতো উৎপাত কৰিলে। এনেতে এজন পৰিব্ৰাজক তাৰ আগত পৰিল, সি তেওঁক ততালিকে ধৰিলে। দেখা মানুহবিলাকে "মাৰিলে মাৰিলে" বুলি চিঞৰিবলৈ ধৰিলে; ভয়ত সকলোৰে চুলিৰ আগে জীৱ গল।

বসন্তসেনা—সৰ্ব্বনাশ!

কৰ্ণপূৰক।—ভয় নাখাব, শুনি যাওক। মই দেখিলোঁ। মানুহটো মাৰে এতিয়া। পলম নকৰি একে লৰেই দোকানৰ এখনৰ পৰা গোটা লোহা এডাল আনি দিলোঁ

ভালকৈ এটা পূর্ণহতীয়া মাৰ শোধাই। একে মাৰতে হাতীয়ে মানুহজনক এৰি শান্ত হ'ল।

বসন্তসেনা।—উস্ ৰক্ষা তেনেহলে! বৰ ভাল কাম কৰিলা।

কৰ্ণপূৰক—। তেতিয়া মোক 'সাধু সাধু' বুলি সকলোৱে প্ৰশংসা কৰিলে। এজন মানুহে কিবা অলঙ্কাৰ বঁটা দিবৰ মন কৰিছিল, কিন্তু তেওঁৰ হাতত একো নাছিল। শেষত দীঘলকৈ হুমুনিয়াহ কাঢ়ি এই কাপোৰখনকে দলিয়াই দিলে।

বসন্তসেনা।—কাপোৰ খনত জাতীফুলৰ গোন্ধ আছে নে?

কৰ্ণপূৰক।—গোন্ধ আছে, পিচে কিহৰ গোন্ধ মই ক'ব নোৱাৰোঁ।

বসন্তসেনা।—মানুহজনৰ নাম কি?

কৰ্ণপূৰক।—আপুনিয়েই কওঁক চোন।

বসন্তসেনা।—চাৰুদত্ত।

এইদৰে কৈয়েই কৰ্ণপূৰকৰ হাতৰপৰা কাপোৰখন লৈ বসন্তসেনাই আগ্ৰহেৰে গাত ছটিয়াই ল'লে আৰু কৰ্ণপূৰকক নিজৰ অলঙ্কাৰ সোলোকাই পাৰিতোষিক দিলে। তাৰ পাচত সুধিলে—"মানুহজন কেনি গ'ল?"

কৰ্ণপূৰক।—এই বাটেই আহিব লাগিছে।

বসন্তসেনাই আৰু একো নকৈ ছাদৰ ওপৰলৈ

উঠিল ; তেওঁ ভাবিলে দুৰৰ পৰা হ'লেও এবাৰ চাৰুদত্তক দেখাপোৱাটোও পৰম সৌভাগ্য।

(৩)

পিচদিনা ৰাতি চাৰুদত্ত আৰু বিদূষক গান শুনিবলৈ গৈছিল। গায়কৰ গান-বাদ্যত বিদূষক সন্তুষ্ট নহলেও চাৰুদত্ত সন্তুষ্ট হৈছিল। ৰাতি বহুত হ'লত দুয়ো বিদায় লৈ ঘৰলৈ আহিল। ঘৰত হাত-ভৰি ধুই দুয়োজন শুবলৈ গ'ল। বসন্তসেনাৰ অলঙ্কাৰ কেনেবাকৈ চোৰে নিয়ে বুলি চাৰুদত্তই আগদিনাই এই নিয়ম বান্ধি দিছিল যে তাক দিনত বৰ্দ্ধমানে আৰু ৰাতি বিদূষকে ৰাখিব লাগিব। সেই মতে এতিয়া বৰ্দ্ধমানে হাৰগছ আনি বিদূষকৰ হাতত দিলে। বিদূষক সাৱধান হৈ পাটীত পৰিল। চাৰুদত্ত ওচৰতে আন এখন পাটীত শুলে।

তেওঁলোকৰ টোপনি আহিছে মাথোন, এনেতে অতি সতর্ক ভাবে ডেকা বামুণ এজন আহি তেওঁৰ ঘৰৰ দুৱাৰ-মুখ পালে ; আৰু সাৱধানে ঘৰৰ দেৱালবোৰ পৰীক্ষা কৰি চাবলৈ ধৰিলে। কিছুসময় পৰীক্ষা কৰাৰ পাচত এঠাইত বহি আৰু "নমো বৰদায় কুমাৰ কাৰ্ত্তিকেয়ায়, নমঃ কনক শক্তয়ে ব্ৰহ্মণ্য দেৱায়" বুলি সিন্ধি খানিবলৈ আৰম্ভ কৰিলে। লাহে লাহে পকা ইটা এচটা এচটাকৈ

এবাই আঙিল আৰু কিছুসময়ৰ মূৰত মানুহ সোমাব পৰা এটা সিন্ধি প্ৰস্তুত হ'ল। ভিতৰত চাৰি জ্বলোৱা আছিল, সিন্ধিৰ মুৰত তাৰ পোহৰ পৰিল। তেওঁ ভিতৰখন জুমি জামি চাই সাৱধানে সোমাই গ'ল।

বামুণ ভিতৰ সোমাই দেখিলে তাত দুজন মানুহ শুই আছে। তেওঁ অতি সাৱধানে লক্ষ্য কৰি বুজিলে তেওঁলোকৰ টোপনি গভীৰ। তেতিয়া তেওঁ ওচৰলৈ গৈ দুৱাৰ মেলি থ'ব খুজিলে, কিন্তু শব্দ নুঠাকৈ দুৱাৰ মেলা অসম্ভৱ হ'ল। দুৱাৰৰ কেৰকেৰণি মাৰিবলৈ তেওঁ ইফালে সিফালে পানী বিচাৰি এঠাইত পালেগৈ আৰু তাৰে অলপমান ছটিয়াই দি শব্দ নোহোৱাকৈ দুৱাৰখন মেলিলে।

সকলো সতৰ্কতা অৱলম্বন কৰি বামুণে খোটালীটোত কি আছে চাবলৈ ধৰিলে। তেওঁ দেখিলে খোটালীটো নানা প্ৰকাৰ বাদ্য যন্ত্ৰ আৰু পুথিৰে ভৰি আছে, কিন্তু ধন-বস্তু ক'তো একো নাই। তেওঁ ক'লে, 'কি! ই দেখোন দেখাত নাট্যাচাৰ্য্যৰ ঘৰ! ইহঁতৰ ঘৰত ধন বস্তু একো নাই নে? নহলে চোৰে নিয়ে বুলি কি জানি মাটিত পুতি থৈছে।" আৰু কিছু সময় অনুসন্ধান কৰিও যেতিয়া একো নাপালে তেতিয়া বামুণ ভগ্ন মনোৰথ হৈ যাবলৈ ওলাল।

হঠাং বিদূষকে চিঞৰি উঠিল "বন্ধু! সিন্ধি খানি চোৰ সোমাইছে, সুবৰ্ণভাণ্ড তোমাৰ হাতত বাধাঁ।"

বামুণ আত্মৰক্ষাৰ নিমিত্তে সাজু হ'ল, কিন্তু পিচত বুজিব পাৰিলে যে সেই চিঞৰ সপোনৰ হে। লগে লগে বিদূষকৰ হাতত থকা সুবৰ্ণভাণ্ডৰ জিৰবিৰণিও তেওঁৰ চকুত পৰিল।

বিদূষকে আকৌ চিঞৰি উঠিল—"বন্ধু! গো-ব্ৰাহ্মণৰ দোহাই! হাৰগছ লোৱাঁ।"

বামুণে এইবাৰ চাকিটো গুমুৰাই বিদূষকৰ হাতত লগাই হাত পাতিলে। বিদূষকে ক'লে—"তোমাৰ সেই হাত-খন বৰ চেঁচা।"

পানী ছটিওৱাৰ বাবে সঁচাকৈয়ে বামুণৰ হাত ঠেৰেঙ্গা লাগি আছিল, তেওঁ তাৰ উম তুলি আকৌ পাতিলে, এইবাৰ বিদূষকে হাৰগছ দি দিলে।

বামুণে বিদূষকক লক্ষ্য কৰি ক'লে—"মহাব্ৰাহ্মণ! এশ বছৰ শোৱাঁ, মই আজি বেশ্যা মদনিকাৰ নিমিত্তে ব্ৰাহ্মণকুল নৰকত পেলালোঁ। মই যাওঁ, বসন্তসেনাৰ ঘৰলৈ গৈ মদনিকাক মুকলি কৰোঁগৈ।"

হঠাৎ কাৰবাৰ পদশব্দ শুনা গল। বামুণ সাৱধান হ'ল। এনেতে ৰদনিকা সোমাই আহিল। বামুণে মাৰিবলৈ ধৰি দেখিলে পুৰুষ নহয়, তিৰোতাহে। তেওঁ তেতিয়া একো নকৰি বেগেৰে ওলাই গুচি গ'ল।

ৰদনিকা বিদূষকৰ কাষ চাপি চিঞৰি উঠিল—"সৰ্ব্বনাশ! আমাৰ ঘৰত সিন্ধি দি চোৰ পলাইছে। উঠক, উঠক।"

বিদূষক খকমককৈ উঠি মাতিলে—"বন্ধু! উঠা, উঠা, চোৰ, চোৰ!"

চাৰুদত্তই সাৰ পাই ক'লে—'কি ধেমালি কৰা!"

বিদূষক।—"ধেমালি নহয়, নিজে চোৱা।"

চাৰুদত্তই তেতিয়া তালৈকে চাই সিন্ধিটো দেখিলে। তাৰ পাচত দুখ কৰি ক'লে—"নিশ্চয় ই কোনোবা বিদেশী মানুহৰ কাম, নহলে উজ্জয়িনীত মোৰ বৰ্তমান অৱস্থা কোনে নাজানে? ডাঙৰ ঘৰদেখি বেচেৰাই কিবা পাম বুলি সোমাইছিল, শেহত শুদা হাতে যাব লগাত পৰিল। সি এতিয়া তাৰ বন্ধু-বান্ধৱক ক'বগৈ—স্বাৰ্থবাহৰ পুতেকৰ ঘৰত সোমাই একো পোৱা নগ'ল। বৰ দুখৰ কথা।"

বিদূষক—সি ভাবিছিল ইমানটো ভব্য ঘৰত নিশ্চয় ধন-সোণ পাব। সি যি কি নহওক, তুমি যদিও মোক মূৰ্খ বুলি ভাবা, মই সিমান মূৰ্খ নহওঁ। সুবৰ্ণভাণ্ড তোমাৰ হাতত দি মই বুদ্ধিমানৰ কাম কৰিছোঁ।

চাৰুদত্ত।—ধেমালি নকৰিবা।

বিদূষক।—ধেমালি নহয়,—সঁচা কথা, মূৰ্খ হলেও মই দেশ-কাল বুজোঁ।

চাৰু।—কোন সময়ত দিছিলা?

বিদূষক।—যেতিয়া মই কৈছিলোঁ বোলো তোমাৰ সোঁহাতখন চেঁচা।

তেতিয়া চাৰুদত্তই আনন্দ কৰিবলৈ ধৰিলে। বিদূষকে

ক'লে—"তেনেহলে চোৰে নিয়া নাই নে কি ?"

চাৰুদত্ত।--নিলে।

বিদূষক।—তেন্তে আনন্দ কৰিছা কিয় ?

চাৰুদত্ত।—কাৰণ চোৰৰ যত্ন সফল হ'ল।

বিদূষক।—কিন্তু উ যে লোকৰ গচ্ছিত ৰখা বস্তু।

চাৰুদত্ত থৰ হ'ল। ইমান বেলি তেওঁ চোৰৰ সাফল্যৰ কথা ভাবি নিজক অভিনন্দিত কৰিছিল। বিদূষকৰ কথাত তেওঁৰ সপোন ভাগিল. মনত নতুন চিন্তাৰ উদয় হ'ল। বিদূষকে কলে—"হলেই বা লোকৰ বস্তু, চোৰে নিলে কি কৰিব ?"

চাৰুদত্ত।—সকলোৱে জানে মই দৰিদ্ৰ। সেই কাৰণে অলঙ্কাৰৰ লোভত ময়েই প্ৰবঞ্চনা কৰিছোঁ বুলি যেয়ে সেয়ে ভাবিব। ধন-ঐশ্বৰ্য্য সকলো গ'ল, এতিয়া যে চৰিত্ৰও যায়!

বিদূষক।—কোনে দিছিল, কোনে লৈছিল, তাক কোনে জানে ? কোন সাক্ষী আছে ?

চাৰুদত্ত।—কি! মিছা কথা কম! অসম্ভৱ! ভিক্ষা কৰি হলেও অলঙ্কাৰ দিব লাগিব, তথাপি মিছা নকওঁ।

ইয়াৰ ভিতৰত ৰদনিকাই সকলো খবৰ ভিতৰত দিলেগৈ। ধূতাই শুনিয়েই লৰালৰিকৈ ওলাই আহিল; কি জানিবা চোৰে কাৰবাক মাৰিলেই। ওচৰ পাই চাৰুদত্ত আৰু বিদূষকৰ অক্ষত শৰীৰ দেখি তেওঁ আশ্বস্ত

হ'ল, কিন্তু যেতিয়া বসন্তসেনাৰ অলঙ্কাৰ চোৰে নিলে বুলি জানিব পাৰিলে তেতিয়া তেওঁৰ হৃদয় ব্যাকুল হৈ উঠিল। তেওঁ ভাবিলে সঁচা কথা ক'লে কোনেও বিশ্বাস নকৰে, বৰং সকলোৱে চাৰুদত্তৰ দুৰ্যশ ৰটনা কৰিব। ইয়াকে ভাবি তেওঁ ডিঙিত পিন্ধি থকা ৰত্না-ৱলীধাৰ সোলোকালে। এই ধাৰৰ নিচিনা বহুমূলীয়া ৰত্নাৱলী আন ক'তো নাই, ইয়াক তেওঁ মাকৰ ঘৰৰ পৰা আনিছিল। তেওঁ ৰত্নাৱলীধাৰ বিদূষকৰ হাতত দিবলৈ ৰদনিকাৰ হাতত দিলে, সেই ধাৰকে বসন্তসেনাক দি কলঙ্ক মোচন কৰিবলৈ। তাৰ পাচত ওলাই গ'ল।

ধূতা ওলাই গ'লত বিদূষকে চাৰুদত্তক ৰত্নাৱলীধাৰ দেখুৱাই ধূতাৰ অভিলাষৰ কথা জনালে। চাৰুদত্তৰ মনত প্ৰথমে বেজাৰ লাগিল,—আজিহে তেওঁ আচল দৰিদ্ৰ হ'ল; ভাৰ্য্যাৰ অলঙ্কাৰ ল'ব লগাত পৰিল। কিন্তু সেই ভাব বেছি পৰ নাথাকিল, অলপ গম্ভীৰ ভাবে চিন্তা কৰাৰ পাচত তেওঁৰ মুখ প্ৰফুল্ল হৈ উঠিল। তেওঁ বিদূষকক কলে—"নহয়, নহয়, মই দৰিদ্ৰ নহওঁ। যাৰ এনে ভাৰ্য্যা আছে,—তোমাৰ দৰে বন্ধু আছে, আৰু যি সত্য-ভ্ৰষ্ট হোৱা নাই, তেওঁ দৰিদ্ৰ হব নোৱাৰে।"

তাৰ পাচত বিদূষকক ক'লে,—'তুমি এই ধাৰ লৈ বসন্তসেনাৰ ঘৰলৈ যোৱা। তেওঁক ৰত্নাৱলী দি ক'বা যে তেওঁৰ অলঙ্কাৰ মই জুৱাত হাৰিলোঁ। সেই কাৰণে

তাৰ সলনি এই ধাৰকে দিয়া হৈছে।”

তেতিয়া ৰত্নাৱলীধাৰ লৈ বিদূষক ওলাই গ’ল। চাৰুদত্তও সন্ধ্যা কৰিবৰ নিমিত্তে সাজু হবলৈ গ’ল।

## (৪)

বসন্তসেনাই চাৰুদত্তৰ ছবি এখন লৈ চাই আছে, ওচৰতে মদনিকা। এনেতে এজনী দাসী আহি ক’লে—“আইদেউ! আয়ে কৈছে বোলে দুৱাৰ মুখত গাড়ী ৰৈ আছে, যাব লাগে।”

বসন্তসেনা।—চাৰুদত্তই জানো মোক নিব?

দাসী।—নহয়, যি জনে দহ হেজাৰ মোহৰৰ অলঙ্কাৰেৰে সৈতে গাড়ী পঠিয়াই দিছে, তেওঁহে নিব।

বসন্তসেনা।—কোন তেওঁ?

দাসী।—ৰাজশ্যালক সংস্থানক।

বসন্তসেনা।—গুচ্, আকৌ তই মোৰ ওচৰত এনে কথা কবলৈ নাহিবি।

দাসী।—মোৰ দোষ নাই। আয়ে তেনেকৈ কবলৈ পঠিয়াইছে।

বসন্তসেনা।—যা, আইক কʼগে যদি মই জীয়াই থাকিব লাগে তেনেহলে যেন আকৌ এনে কথা নকয়।

দাসী গুচি গ’ল। বসন্তসেনাই মদনিকাক চাৰু-

দত্তৰ ছবিখন শোৱনি ঘৰত থ'বলৈ পঠিয়ালে আৰু এখন বিচনী লৈ আহিবলৈ ক'লে।

মদনিকা গ'ল আৰু বিচনী লৈ শোৱনি ঘৰৰ পৰা ওলাই আহিল। আহিয়েই দেখিলে বাহিৰত এজন মানুহ ৰৈ আছে। মানুহজন এজন চতুৰ্ব্বেদী ব্ৰাহ্মণৰ শিক্ষিত পুত্ৰ, নাম শৰ্বিলক। কিন্তু ঘটনাৰ সোঁতত পৰি তেওঁ মদনিকাৰ প্ৰেমত উন্মত্ত; কেনেকৈ মদনিকাক তেওঁৰ লগলৈ নিব পাৰিব এয়ে মাথোন তেওঁৰ চিন্তা। মদনিকাও শৰ্বিলকৰ অনুৰক্তা, কিন্তু তেওঁৰ স্বাধীনতা নাই, তেওঁ বসন্তসেনাৰ আনবোৰ সম্পত্তিৰ লগৰে সম্পত্তি মাথোন। সেই কাৰণে দুয়োৰে স্থায়ী মিলনৰ কোনো উপায় নাছিল। একেটা মাথোন উপায় আছিল যে যদি শৰ্বিলকে মদনিকাৰ উপযুক্ত মূল্য বসন্তসেনাক দিব পাৰে, তেন্তে তেওঁ মদনিকাক স্বাধীনতা দিব পাৰে। কিন্তু ধন পায় ক'ত? ভাবি-চিন্তি শৰ্বিলকে চুৰ কৰাকে ধন ঘটাৰ একমাত্ৰ উপায় বুলি স্থিৰ কৰিলে। যোৱাৰাতি চাৰুদত্তৰ ঘৰত সিন্ধি দি সুবৰ্ণভাণ্ড চুৰ কৰা বামুণ এই শৰ্বিলকেই। তেওঁৰ মনত আজি বৰ আনন্দ, আজি তেওঁ মদনিকাক মুকলি কৰি চিৰসঙ্গিনী কৰিব পাৰিব। মদনিকাক পাই শৰ্বিলকে সকলো কথা ভাঙি-ছিঙি ক'লে। সকলো কথা শুনি মদনিকাই বেজাৰেৰে ক'লে—'ই যে বৰ বেয়া কাম হ'ল। আপোনাৰ উজ্জ্বল চৰিত্ৰ কিয়

এনেকৈ কলঙ্কিত কৰিলে। চাওঁ কি অলঙ্কাৰ।"

অলঙ্কাৰ দেখিয়েই মদনিকা থৰ হ'ল। ই যে তেওঁৰ পূৰ্ব্ব-পৰিচিত অলঙ্কাৰ। লগে লগে ভয় খালে, কিজানিবা কাৰবাক মাৰিকাটি আনিছে। মদনিকা উলটি যোৱাত পলম হোৱা দেখি বসন্তসেনাই খিৰিকীৰ কাষলৈ আহি চাইছিল, শৰ্বিলক আৰু মদনিকাই কথা পাতি থাকোঁতেই তেওঁ দেখা পালে। কথাৰ মাজত তেওঁৰ নামো ওলাইছিল, সেই কাৰণে তেওঁৰ শেহলৈকে শুনিবৰ মন গ'ল আৰু খিৰিকীৰ আঁৰৰ পৰা শুনি থাকিল। চাৰুদত্তৰ ঘৰত চুৰ কৰাৰ কথা শুনি মদনিকা আৰু বসন্তসেনা মূৰ্চ্ছা যাওঁ যাওঁ হৈছিল। যেতিয়া শৰ্বিলকে ক'লে যে কাৰো হানি-বিঘিনি হোৱা নাই, তেতিয়াহে তেওঁলোক প্ৰকৃতিস্থ হ'ল।

মদনিকাই কলে,— যি হ'ল হ'ল—এতিয়াও ইয়াক ঘূৰাই দিয়ক গৈ।"

শৰ্বিলক।—যদি মোক বিচাৰকৰ হাতত দিয়ে?

মদনিকা।—কেতিয়াও নিদিয়ে, জোনৰ পোহৰ কেতিয়াও উগ্ৰ নহয়।

শৰ্বিলক।—নহয়, সেইটো কৰিব নোৱাৰোঁ, আন উপায় বিচাৰা।

মদনিকা।—তেনেহলে বসন্তসেনাক দিয়ক।

শৰ্বিলক।—তাৰপৰা কি হব?

মদনিকা।—কি হব শুনক,—এই অলঙ্কাৰ বসন্তসেনাৰ; চাৰুদত্তৰ হাতত আছিল। এতিয়া তেওঁক দিলেই তেওঁ নিজৰ অলঙ্কাৰ পাব, আপুনি নিচোৰ হ'ব আৰু চাৰুদত্তও নিধৰুৱা হ'ব।

তেতিয়া কেনে ভাবে কাৰ্য্য কৰিব স্থিৰ কৰি লৈ মদনিকা ভিতৰ সোমাল, শৰ্বিলক অপেক্ষা কৰি থাকিল।

মদনিকাই বসন্তসেনাক জনালে—"আইদেউ! আৰ্য্য চাৰুদত্তৰ ওচৰৰ পৰা এজন ব্ৰাহ্মণ আহিছে।"

বসন্তসেনা।—আহিবলৈ ক।

শৰ্বিলক সোমাই আহি যথাযোগ্য অভিবাদনৰ পাচত ক'লে—"চাৰুদত্তই আপোনাৰ অলঙ্কাৰ ঘূৰাই দি কৈ পঠিয়াইছে বোলে মোৰ ঘৰৰ অৱস্থা ভাল নহয়, সেইকাৰণে ইয়াক ৰাখিব নোৱাৰোঁ।"

বসন্তসেনাই অলঙ্কাৰ লৈ ক'লে—"মোৰো তাৰ প্ৰতি-সন্দেশ লৈ যাওক।"

শৰ্বিলকৰ আতঙ্ক উপস্থিত হ'ল। তেওঁ কেনেকৈ চাৰুদত্তৰ ওচৰলৈ যাব! নিবলৈ বা দিয়ে কি!

বসন্তসেনাই ক'লে—"চাৰুদত্তই কৈছিল বোলে যি এই অলঙ্কাৰ দিবহি তেওঁৰ হাততে মদনিকাক অৰ্পণ কৰিবা। এতেকে এওঁক গ্ৰহণ কৰা।"

যাৰ নিমিত্তে শৰ্বিলকে কৰিব নলগীয়া কাম কৰিলে তেওঁক পোৱাতকৈ আৰু কি সুখৰ কথা হব পাৰে!

শৰ্বিলাকৰ অনন্দৰ সীমা নোহোৱা হ'ল, চাৰুদত্ত আৰু বসন্তসেনাৰ প্ৰতি কৃতজ্ঞতাৰে অন্তৰ ভৰি গ'ল।

মদনিকাই বসন্তসেনাক সেৱা কৰি বিদায় ল'লে। দুয়ো হৰিষ মনেৰে যাবলৈ সাজু হ'ল। এনেতে শৰ্বিলকে সংবাদ পালে—আৰ্য্যক নামৰ গোৱালৰ লৰাটোক ৰজা পালকে বন্দী কৰি থৈছে। এজন সিদ্ধই তেওঁ ৰজা হব বুলি কোৱাটোৱেই তেওঁৰ অপৰাধ। আৰ্য্যক শৰ্বিলকৰ প্ৰিয় বন্ধু আছিল; বন্ধুৰ বিপদৰ কথা শুনি শৰ্বিলক বিহ্বল হৈ পৰিল, মদনিকাক ক'লে—"প্ৰিয়ে। সম্প্ৰতি তুমি অকলৈ যোৱা। মই কিছুমান লগৰীয়া গোটাই আৰু পাৰিলে ৰজাৰ ব্যৱহাৰত অসন্তুষ্ট হোৱা কিছুমান বিষয়াক হাত কৰি লৈ বন্ধুক মুকলি কৰি লৈ আহোঁ।"

মদনিকা সম্মত হ'ল। শৰ্বিলক বেগেৰে গুচি গ'ল।

তেওঁলোক যোৱাৰ পাচতে এটা লগুৱা আহি বসন্তসেনাক ক'লে—"বাহিৰত আৰ্য্য চাৰুদত্তৰ লগৰীয়া মৈত্ৰেয় বৈ আছে।"

বসন্তসেনা।—এতিয়াই লৈ আহ।

লগুৱাই বিদূষকক আগবঢ়াই আনিলে। ঘৰৰ শ্ৰী দেখি বিদূষক অবাক হৈ গ'ল। ৰাজকাৰেঙৰো ইয়াৰ লগত তুলনা নহয়। ঘৰটোৰ আঠোটা খোটালীৰ কোনো ঠাইত তুৰৰীয়ে তুৱাৰ ৰ'খিছে; কোনো ঠাইত হাতী-ঘোঁৰা, গৰু-ছাগলী, বান্দৰ আদি বন্ধা আছে; কোনো

খোটালীত ভদ্ৰলোকসকলে কাম-শাস্ত্ৰ পাঠ কৰিছে, বেশ্যা আৰু লগুৱাবিলাক নানা কামত ঘূৰিছে ; কোনো-টোত বেশ্যাবিলাকৰ কিছুমানে মৃদং, বাঁহী, তাল, বীণা আদি বাজনা বজাইছে আৰু কিছুমানে সেই বাজনাৰ সুৰত সুৰ মিলাই গীত গাই নাচিছে। কোনোটোত নানা প্ৰকাৰ সুগন্ধি খাদ্য প্ৰস্তুত হব লাগিছে। কোনোটোত নানাৰত্নৰ জ্যোতি লগ লাগি ইন্দ্ৰ-ধনু ৰচনা কৰিছে, বেশ্যাবিলাকে প্ৰণয়ীজনৰ প্ৰতি ঘনে ঘনে কটাক্ষপাত কৰি মিচিকিয়া হাঁহিৰে কৰ্পূৰ তাম্বুল যাচিছে, লগে লগে মদ্য-পানো চলিছে। কোনো খোটালীত ভাটৌ শালিকা, পাৰ চৰাই আদিয়ে নানা প্ৰকাৰ গীত গাই আনন্দ উপভোগ কৰিছে। এটাত বসন্তসেনাৰ মাক বহি আছে, আৰু ভাম্বেকে সাজ পাৰ পিন্ধি ঘূৰি ফুৰিছে। খোটালীবিলাক দেখি বিদূষকে ক'লে,—'আজি মোৰ জীৱন সাৰ্থক ; একে ঠাইতে ত্ৰিবিষ্টপ দেখিবলৈ পালোঁ। ইয়াক প্ৰশংসা কৰিবলৈ ভাষা নাই।"

ঘৰ এৰাই ফুলনি পালে। তাত নানা জাতীয় বৃক্ষলতা শাৰী শাৰী হৈ ফুলনিৰ শোভা বঢ়াইছে। শেৱালী, মালতী, মল্লিকা, যুতি, কুৰুবক মাধৈমালতী আদি জকমকীয়া হৈ ফুলনিখন নন্দন-কাননত পৰিণত কৰিছে। বসন্তসেনা ইয়াতে বহি আছিল।

বিদূষকক দেখিয়েই বসন্তসেনা বহাৰপৰা উঠি ক'লে—

"আহক ভাণ্ডৰীয়া, বহক।"

বিদূষক বহিল। দুয়োৰে কুশল-মঙ্গল সোধাৰ পাচত বসন্তসেনাই সুধিলে—"পিচে আপোনাৰ আগমনৰ কাৰণ কি?"

বিদূষক।—চাৰুদত্তই হাতযোৰকৈ কৈ পঠিয়াইছে—

বসন্তসেনাই হাতযোৰ কৰি ক'লে—"কি আদেশ কৰিছে?"

বিদূষক।—তেওঁ আপোনাৰ অলঙ্কাৰ জুৱাত হাৰিলে।

বসন্তসেনাই মনে মনে ভাবিলে—"চোৰে নিলতো প্ৰকাশ নকৰি নিজে দায়িত্ব লৈছে। সেই দেখিয়েই তো তেওঁক মই ভাল নাপাই নোৱাৰোঁ।"

বিদূষক।—আপোনাৰ অলঙ্কাৰ পোৱাৰ আৰু আশা নাই, সেই কাৰণে তাৰ সলনি এই ৰত্নাৱলীখনকে দি পঠাইছে। গ্ৰহণ কৰি বাধিত কৰক।

বসন্তসেনাই ৰত্নাৱলীখন লৈ ক'লে—"বাৰু দেউ, মই ইয়াক গ্ৰহণ কৰিলোঁ। আপোনাৰ জুৱাৰীক ক'ব—আজি সন্ধ্যা সময়ত মই এবাৰ তেওঁৰ লগ পাবলৈ যাম।"

বিদূষকে সম্মতি জ্ঞাপন কৰি বিদায় ল'লে।

[ ৫ ]

বিদূষক বসন্তসেনাৰ ঘৰলৈ যোৱা বহুত পৰলৈ

হ'ল এতিয়াও ঘূৰি অহা নাই। চাৰুদত্ত অকলৈ বহি থাকে ভাবিব লাগিছে। একোবাৰ নিজে নিজে কৈছে,—"মৈত্রেয় এতিয়াও ঘূৰি নাহিল কিয়? কার্য্য-সিদ্ধি হ'ল নে নহ'ল!"

কিছু সময়ৰ পাচত বিদূষকক দেখা গ'ল। তেওঁ ভোৰভোৰাই আহিছে:—"বেশ্যা যি বেশ্যাই। তাইহঁতক মুঠেই লাগে, দিব নোৱাৰে। তাই মোক ইমানকৈ আদৰ-সাদৰ কৰি বহুৱাই ৰত্নাৱলীধাৰ ল'লে; বাপুৰে পানী এটোপাকে খুৱাই পঠিয়াওঁ সেইটো হলে তাইৰ মনত নহ'ল। নহয় যেনে তেনে চাৰুদত্তক তাইৰ লগৰ পৰা আঁতৰাব লাগিব।"

বিদূষকক দেখিয়েই চাৰুদত্তই সুধিলে—'কি বন্ধু! কার্য্যসিদ্ধি হ'ল নে?"

বিদূষক।—মিছা হ'ল।

চাৰুদত্ত।—তেনেহলে ৰত্নাৱলী নল'লে?

বিদূষক।—আমাৰ সিমানখিনি ভাগ্য হব নে?

চাৰুদত্ত।—তেনেহলে মিছা হ'ল বুলিছা কিয়?

বিদূষক।—মিছা নহ'ল নো কি? তাইৰ অলঙ্কাৰ নিলে চোৰে। এনেয়ে ৰত্নাৱলীধাৰ হেৰুৱাব লগা হ'ল।

চাৰুদত্ত।—নহয়, সেইটো নক'বা। তেওঁ যে আমাক বিশ্বাস কৰি অলঙ্কাৰ ৰাখিছিল, সেই বিশ্বাসৰ মূল্য দিবই লাগিব।

বিদূষক।—সি বিকি নহওক, মই তোমাক কাবো কবিছোঁ, তুমি আক বেশ্যাব লগত সম্পর্ক নাবাখিবা।

চাৰুদত্ত।—ভয় নাই। বেশ্যা ধনীৰ নিমিত্তে, মোৰ ধনেই নাই। (অলপ ভাবি) কিন্তু তেওঁতো এনে নাই।

বিদূষক।—এটা কথা,—বসন্তসেনাই কৈছে—তেওঁ আজি সন্ধিয়া তোমাক লগ পাবলৈ আহিব। মোৰ মনেৰে তেওঁ বত্নাৱলী লৈও সন্তুষ্ট হোৱা নাই, আৰু কিবা লাগে।

চাৰুদত্ত।— আহক, আহিলে নিশ্চয় সন্তুষ্ট হৈ যাব।

লাহে লাহে সন্ধ্যা লাগিল, ৰাতিৰ অন্ধকাৰে ধৰণীক ঢাকি পেলালে, ক'লা ডাৱৰে গোটেই আকাশ ছাটি ধৰিলে, ঝাৰামাৰে বৰষুণ পৰিবলৈ ধৰিলে, বিজুলীৰ চক-মকনিয়ে আকাশৰ বিৰাট ভীষণ মূৰ্ত্তি প্ৰকটিত কৰি তুলিলে। এনে সময়তে অভিসাৰিকাৰ উজ্জ্বল বেশেৰে সুসজ্জিতা হৈ বসন্তসেনা আহিল; লগত আহিল দাস-দাসী, সঙ্গী আৰু ছত্ৰ-ধাৰিণী। বসন্তসেনাক দেখি চাৰুদত্তৰ মনত ৰং লাগিল। তেওঁ উঠি আহি বসন্তসেনাক অভ্যৰ্থনা কৰি বহিবলৈ দিলে। বৰষুণত বসন্তসেনাৰ কাপোৰ তিতি আছিছিল, সেই তিতা কাপোৰৰ মাজেদি বুকুৰ এফাল জিলিকি পৰিছিল। চাৰুদত্তই তাকে চাই বিদূষকক ভাল কাপোৰ এযোৰ আনিবলৈ ক'লে।

বিদূষক যাব খোজেঁাতেই লিগিৰীজনীয়ে বাধা দি ক'লে—"বালাগে যাব, যি কৰিব লাগে মই কৰিম।"

বিদূষকে লিগিৰীজনীক সুধিলে,—"এনে দুৰ্দ্দিনত এই অন্ধকাৰত অহাৰ কি প্ৰয়োজন আছিল?"

লিগিৰী।—ৰত্নাৱলীধাৰৰ মূল্য কিমান তাকে জানিবলৈ।

বিদূষকে চাৰুদত্তক কাণে কাণে ক'লে,—"মই নকৈছিলেঁা! তেওঁৰ অলঙ্কাৰৰ দাম বেছি, ৰত্নাৱলীৰ দাম কম, এই বুলি কিবা বিচাৰি আহিছে।"

দাসীয়ে এনেতে ক'লে—"আগৰ ধাৰ হাৰ হেৰাল যেতিয়া তাক আৰু পোৱা নাযায়, এতিয়া এই ধাৰকে ৰাখক।"

এইদৰে কৈ শৰ্বিলকৰ পৰা পোৱা হাৰধাৰ উলিয়াই দিলে। বিদূষক অবাক হ'ল। এই ধাৰেই দেখোন চোৰে নিয়া হাৰ। বিদূষকে চাৰুদত্তকো ক'লে। প্ৰথমতে চাৰুদত্তই বিশ্বাস নকৰিছিল, কিন্তু লিগিৰীজনীয়ে যেতিয়া সকলো ঘটনা বিবৰি ক'লে তেতিয়া তেওঁৰ পৰম আনন্দ মিলিল। লিগিৰীজনীক আঙঠি বঁটা দিবলৈ আঙুলীত চালে, কিন্তু আঙুলী শুদা! তেওঁ লজ্জিত হৈ ৰ'ল।

আৰু অলপ কথা-বতৰাৰ পাচত আকাশৰ মূৰ্ত্তি আগতকৈও ভয়াবহ হৈ উঠিল, বৰষুণ আৰু বিজুলীৰ চকমকনিও আগতকৈ বাঢ়িবলৈ ধৰিলে। চাৰুদত্তই বসন্ত-

সেনাক ক'লে—"চোৰ যেনেকৈ প্ৰণয়িনীয়ে প্ৰণয়ীক আলিঙ্গন কৰাদি কেনেকৈ বিজুলীয়ে আকাশক আলিঙ্গন কৰিছে।"

বসন্তসেনাৰ গাঢ় অনুৰাগ আৰু চেপি ৰাখিব নোৱৰা হ'ল, তেওঁ চাৰুদত্তক সাৱটি ধৰিলে। চাৰুদত্তয়ো বসন্তসেনাক গাঢ় ভাবে আলিঙ্গন কৰি ওপৰলৈ চাই কলে—"মেঘ! গম্ভীৰ গাজনি মাৰা, তোমাৰ প্ৰসাদত কাম-পীড়িত দেহ ৰোমাঞ্চিত হৈ কদম ফুলৰ দৰে হৈছে। তেওঁলোকৰ জীৱনেই ধন্য যি কামিনীৰ সুশীতল দেহত নিজৰ গা থৈহে তৃপ্তি লভিবলৈ পায়!"

তাৰ পাচত ক'লে—প্ৰিয়ে! এই দুৰ্দ্দিনত বাহিৰৰ দৃশ্য বৰ ভয় লগা, ব'লা ভিতৰলৈ যাওঁ।" এই বুলি বসন্তসেনাৰ হাতত ধৰি চাৰুদত্ত ভিতৰ সোমাল।

(৬)

পিচদিনা ৰাতিপুৱা সকলো উঠি নিজ নিজ কামলৈ গ'ল, উঠা নাই মাত্ৰ বসন্তসেনা। তেওঁ এতিয়াও জাপ-জুপ লৈ চাৰুদত্তৰ ঘৰতে শুই আছে। ইমান পৰেও টোপনি নভঙা দেখি এজনী লিগিৰীয়ে মাতিলে,—"আইদেউ! উঠক, ৰাতি পুৱাল।"

বসন্তসেনাই সাৰ পাই ক'লে,—"কি! ৰাতিৰ ভিতৰতে ৰাতি পুৱাল নে?"

লিগিৰী।—আমাৰ এতিয়া ৰাতিপুৱা, আপোনাৰ হে ৰাতি।

বসন্তসেনা।—তোমালোকৰ জুৱাৰী ক'লৈ গ'ল?

লিগিৰী।—বৰ্দ্ধমানক কি কৰিব লাগে কৈ নগৰৰ বাহিৰত থকা পুষ্পকৰণ্ডক বোলা ফুলনিলৈ গৈছে।

বসন্তসেনা।—বৰ্দ্ধমানক নো কি কৰিবলৈ কৈছে?

লিগিৰী।—ৰাতি আপোনাক গাড়ীত তুলি লৈ যাবলৈ কৈছে।

বসন্তসেনা।—কলৈ?

লিগিৰী।—তেওঁৰ ওচৰলৈ?

বসন্তসেনা।—মই এতিয়া বৰ ঘৰতে ঠাই পাইছো নে কি?

লিগিৰী।—অকল ৰৰঘৰতে নহয়. সকলোৰে হিয়াতো ঠাই পাইছে।

বসন্তসেনা।—চাৰুদত্তৰ পৰিয়ালে বেয়া পাইছে নে কি?

লিগিৰী।—পাৰ হে।

বসন্তসেনা।—কেতিয়া?

লিগিৰী।—যেতিয়া আপুনি ইয়াৰ পৰা যাব।

বসন্তসেনা।—তেতিয়া আটাইতকৈ আগেয়ে ময়েই বেজাৰ পাম।

এই বুলি কৈ তেওঁ ৰত্নাৱলীধাৰ হাতত লৈ লিগিৰীক ক'লে—"তুমি এইধাৰ লৈ গৈ ধূতা ছনীটীক দি ক'বা—

যে মই চাৰুদত্তৰ গুণনিৰ্জ্জিতা দাসী, এতেকে তেওঁলোকৰো দাসী, বস্তু ৰাধাৰ তেৱেঁই পিন্ধক।"

লিগিৰী।—তেতিয়া হলে আৰ্য্য চাৰুদত্তই ধূতা আই-দেউক থং কৰিব।

বসন্তসেনা।—নকৰে, তুমি লৈ যোৱাঁ।

লিগিৰীজনীয়ে ৰত্নাৱলীধাৰ লৈ গৈ অলপ পাচত ঘূৰি আহি ক'লে,—"আইদেৱে নাৰাখিলে। তেওঁ ক'লে স্বামীয়ে দিয়া বস্তু ঘূৰাই লোৱা অযুগুত। তদুপৰি স্বামী হেন অলঙ্কাৰ থাকোঁতে আন অলঙ্কাৰৰ প্ৰয়োজন নাই।"

এনেতে ৰদনিকা আৰু চাৰুদত্তৰ শিশু পুত্ৰ ৰোহসেন সেই ফাললৈকে আহিল। ৰোহসেনে ক'লে—"মই মাটিৰ গাড়ীৰে নেখেলোঁ, সোণৰ গাড়ী দে।"

ৰদনিকা।—সোণ! আমাৰ সোণৰ গাড়ী নাই নহয়। এতিয়া ইয়াৰেই খেলা, পিতাৰাৰ ভাল দিন আহিলে সোণৰ গাড়ীৰে খেলিবা।

কান্দোন শুনি বসন্তসেনাই ৰদনিকালৈ চাই সুধিলে,—"এইটি কাৰ লৰা? ইমান ধুনীয়া!"

ৰদনিকা।—এওঁ আৰ্য্য চাৰুদত্তৰ লৰা, নাম ৰোহসেন।

বসন্তসেনা।—আহাঁ বাছা, চুমা এটি দিয়াঁ। আহা! দেখাত ঠিক যেন পিতাকেই।

ৰদনিকা।—অকল ৰূপত নহয়; স্বভাৱতো।

বসন্তসেনা।—কান্দিছে কিয়?

মদনিকা।— এওঁ ওচৰৰ ল'ৰা এটাৰ সোণৰ পুতলা গাড়ী এখনেৰে উমলিছিল, পিছে সি লৈ গ'ল। এতিয়া গাড়ী বিচৰাত মই এখন মাটিৰ গাড়ী (মৃচ্ছকটিকা) সাজি দিছিলোঁ। এওঁ এতিয়া কয়, সোণৰ খনহে লাগে।

বসন্তসেনা।—নাকান্দিবা বাছা, সোণৰ গাড়ীৰেই খেলিবা।

ৰোহসেন।—মদনিকা, এওঁ কোন?

মদনিকা।—তোমাৰ মাৰা।

ৰোহসেন।—মিছা কথা। আই যদি অলঙ্কাৰ পিন্ধিছে কিয়?

বসন্তসেনাই অলঙ্কাৰখিনি সোলোকাই ভাবাবেশত চকুলো টুকি ক'লে,—"চোৱা, এতিয়া মই তোমাৰ মাৰা হলোঁ। এই অলঙ্কাৰ খিনি লোৱা, ইয়াৰে গাড়ী সজাই ল'বা।"

ৰোহসেন।—গুচি যোৱা, মই নলওঁ। তুমি কান্দিছা।

বসন্তসেনাই চকুলো মচি কলে,—"মই নাকান্দোঁ, তুমি খেলা কৰাগৈ। (মাটিৰ গাড়ীত অলঙ্কাৰ খিনি ভৰাই দি) সোণৰ গাড়ী সজাই লোৱাগৈ।

তেতিয়া ৰোহসেন মদনিকাৰে সৈতে ওলাই গ'ল।

---

[ ৭ ]

লাহে লাহে পধূলি হ'ল, আন্ধাৰে চাৰিওফালৰ পৰা ছাটি আনিলে। এনেতে বদনিকা আহি ক'লে—"আইদেউ! গাড়ী পালেহি।"

বসন্তসেনা।—অলপ ৰ'বলৈ কোৱাঁ, মই কাপোৰ-কানি পিন্ধি ওলাওঁ।

বদনিকাই বৰ্দ্ধমানক ৰ'বলৈ ক'লে। এনেতে বৰ্দ্ধমানৰ মনত পৰিল যে গাড়ীত পাৰিবলৈ দলিচাখন অনা নহ'ল। সি তেতিয়া দলিচা আনিবলৈ গাড়ী ঘূৰাই লৈ গ'ল।

বৰ্দ্ধমান যোৱাৰ পিচতেই শকাৰৰ লগুৱা এটাই গাড়ী এখন লৈ চাৰুদত্তৰ ঘৰৰ মুখ পালেহি। তেতিয়া গাৱঁলীয়া মানুহৰ গাড়ীবে বাটটো বন্ধ হৈ আছিল। সি গাড়ীখন চাৰুদত্তৰ ঘৰৰ মুখতে এৰি গাড়ী আঁতৰাই বাট উলিয়াবলৈ গ'ল। সেই সময়তে সাজ-পাৰ পিন্ধি বসন্ত-সেনা ওলাই আহিল। দুৱাৰ মুখত গাড়ী বৈ থকা দেখি তাতে উঠিল। বাট মুকলি কৰি আহি গাড়োৱানে গাড়ী চলাই দিলে।

হঠাৎ এটা কোলাহল শুনা গ'ল—"ৰখীয়া-পৰীয়া-সকল, নিজ নিজ ঠাইত সাজু থাকাঁ। গোপাল-পুত্ৰ আৰ্য্যকে শিকলি ছিঙি, বন্দীপালক মাৰি, বন্দীশাল ভাঙি পলাই আহিছে। কোনে পাবা ধৰাঁ।"

ঠিক তাৰ পাচতে সেই ঠাইত এজন মানুহ ওলাল। মানুহজনৰ এটা ভৰিত শিকলি, মুখখন কাপোৰেৰে ঢকা। এয়েঁই আৰ্য্যক, শৰ্ব্বিলকৰ সাহায্যত কাৰাগাৰৰ পৰা পলাই আহিছে। কিন্তু যায় বলৈ? চাৰিওফালে প্ৰহৰীবিলাকে বিচাৰিব লাগিছে। ধৰা পৰিবলৈ আৰু পলম নাই।

এনেতে বৰ্দ্ধমানে গাড়ী লৈ আহি চাৰুদত্তৰ ঘৰৰ বাম পালে আৰু চিঞৰি ক'লে—'ৰদনিকা, বসন্তসেনা আইদেউক কোৱাঁ, গাড়ী আনিছোঁ, পুষ্পকৰণ্ডক নামৰ উদ্যানলৈ যাব লাগে।"

ৰাতি ঘোৰ অন্ধকাৰ; সহজে কাকো চিনিব নোৱাৰি। আৰ্য্যকে দেখিলে বেশ্যাৰ গাড়ী, যাবও নগৰৰ বাহিৰলৈ। ইফালে আৰু এক মুহূৰ্ত্ত পলম হলেই প্ৰহৰীৰ হাতত ধৰা পৰিব। তেওঁ তেতিয়া মুখেৰে নামাতি গাড়ীৰ কাষলৈ চাপি গ'ল। খোজত শিকলিৰ শব্দ উঠিছিল, বৰ্দ্ধমানে তাকে বসন্তসেনাৰ নেপুৰৰ শব্দ বুলি ভাবি ক'লে—"আইদেউ! গৰুৰ নাকীত আগফালে বন্ধা আছে, পিচফালে উঠক।"

আৰ্য্যক নীৰৱে পিচফালেদি গাড়ীত উঠিল। বৰ্দ্ধমানে গাড়ী চলাই দিলে। সেই মুহূৰ্ত্ততে সেনাপতি বীৰক, চন্দনক আৰু অন্যান্য প্ৰহৰী আহি উপস্থিত হ'ল।

বীৰক, চন্দনক দুয়ো ক'লে—' দিশে দিশে ভাগে ভাগে বিচাৰাঁ; উদ্যানত, আলিবাটত, সভাত, গৰু-ম'হৰ খুটিত

থাকি য'তে সন্দেহ ওপজে, তাতে তন্ন তন্নকৈ বিচাৰাঁ। কাৰ ইয়ান সাহ কাৰাগাৰৰ পৰা বন্দী পলুৱাই নিয়ে!"

প্ৰহৰীবিলাকে চাৰিওফালে পিয়াপি দি বিচাৰিবলৈ ধৰিলে। এনেতে বৰ্দ্ধমানৰ গাড়ীখনত তেওঁলোকৰ চকু পৰিল। বীৰকে ক'লে—"গাড়ী ৰাখ গাড়োৱান! সেইখন কাৰ গাড়ী? ভিতৰত কোন আছে? ক'লৈ যাব?"

গাড়োৱান।—আৰ্য্য চাৰুদত্তৰ গাড়ী। ভিতৰত বসন্তসেনা আছে. পুষ্পকৰণ্ডকলৈ যাব।

চন্দনকে ক'লে,--"তেন্তে যাওক।"

বীৰক।--নোচোৱাকৈ! কি বিশ্বাসত?

চন্দনক।—চাৰুদত্তৰ নামত।

বীৰক।—কোন চাৰুদত্ত? কোন বসন্তসেনা? সিহঁতৰ নাম শুনিয়েই নোচোৱাকৈ এৰিম নে?

চন্দনক।—কি! তুমি তেওঁলোকৰ কথা নাজানা! যি চাৰুদত্ত, বসন্তসেনাক নাজানে সি জ্যোৎস্নাৰে সৈতে চন্দ্ৰকো নাজানে। এই নগৰত তেওঁলোক দুয়ো পূজনীয়, দুয়ো নগৰৰ তিলক-স্বৰূপ।

বীৰক।—জানো, জানো, এনেয়ে দুয়োৰে কথা জানো, কিন্তু ৰাজকাৰ্য্যত আন হে নালাগে মই পিতাকো চিনি নাপাওঁ।

চন্দনকে গাড়ীত ধৰি ক'লে—"তুমি ৰজাৰ বিশ্বাসী সেনাপতি। মই গৰু ধৰিছোঁ, তুমি চোৱাঁ।"

বীৰক।—তুমিও ৰজাৰ বিশ্বাসী বংপতি, তুমিয়েই চোৰ।

চন্দনক।—মই চাইছে জানো তুমি চোৰা হব ?

বীৰক।—অকস মই কিয়, ৰজা পালকেও চোৰাৰ তুল্য হব।

চন্দনক তেতিয়া গাড়ীত সোমাল। আৰ্য্যকে গতি বিষম দেখি কাতৰ কৰি ক'লে—'মই শৰণাগত, মোক ৰক্ষা কৰক।"

চন্দনক।—শৰণাগতৰ ভয় নাই।

কিন্তু তেওঁৰ মনত দাৰুণ চিন্তা হ'ল। এফালে আৰ্য্যক তেওঁৰ উপকাৰী শৰ্ব্বিলকৰ বন্ধু, আন ফালে তেওঁক ধৰি নিবলৈ ৰজাৰ আদেশ। তেওঁ এতিয়া কি কৰে! শৰণাগতক ৰাখিবই লাগিব, বিশেষকৈ প্ৰথমেই অভয় দিয়া হৈছে। বহুতো গুণা-গঁথা কৰি গাড়ীৰ পৰা নামি চন্দনকে ক'লে—"গাড়ীত বসন্তসেনা আছে। তেওঁ ক'লে বোলে মই মাননীয় চাৰুদত্তৰ ওচৰলৈ আহোঁতে ৰাজ বাটত এনেতে অপমান কৰা অযুগুত হৈছে।"

বীৰক।—তোমাৰ কথাত মোৰ বিশ্বাস হোৱা নাই। কথা কওঁতে মাত দোকাচুকি হৈছে।

চন্দনক।—মোক তুমি মিছলীয়া পাতিছা ?

বীৰক।—পাতোঁ বা নাপাতোঁ, মযো চাম। ই ৰজাৰ হুকুম।

চন্দনক।—তুমি তেন্তে মোক অবিশ্বাস কৰা ?

বীৰক।—ৰজাৰ আদেশ পালিবই লাগিব।

চন্দনকে দেখিলে যদি আচল কথা ওলাই পৰে, তেনেহলে সৰ্ব্বনাশ। অকল সেয়ে নহয়, চাৰুদত্তৰ গাড়ীত আৰ্য্যকক পোৱা গৈছিল বুলি জানিলে তেওঁবো শাস্তি হব। ইয়াকে ভাবি তেওঁ বীৰকক খঙেৰে ক'লে—"মই চোৱাৰ পাচত আকৌ চাবলৈ তুমি কোন ?"

বীৰক।—তুমি নো কোন ?

চন্দনক।—নিজৰ জাত পাহৰি গৈছা ?

বীৰক।—কি জাতত ধৰ দেখোন, ক মোৰ কি জাত ?

এনেকৈয়ে দুয়োৰে কাজিয়া লাগিল। দুয়ো দুয়োৰে জাত-কুল, মাক-বাপেকক ধৰি গালি পৰাপৰি কৰিবলৈ ধৰিলে। শেহত বীৰক ভেঁা-ভেঁা কৰে গাড়ীত উঠিবলৈ গ'ল। চন্দনকে বীৰকক আগ ভেটি ধৰিলে। তাৰ পিচত চুলিকোছাত ধৰি বগৰাই পেলাই কেইটামান গোৰ শোধালে। বীৰক কোনোমতে উঠি গোচৰ দিবলৈ গ'ল।

বীৰক গ'লত চন্দনকে বৰ্দ্ধমানক ক'লে—"লৈ যা। বাটত যদি কোনোবাই ধৰে, কবি বুলি চন্দনক আৰু বীৰকে চাই এৰি দিছে। গাড়ীত বসন্তসেনা আছে বুলি কবি।

তাৰ পাচত আৰ্য্যকক নিজৰ তৰোৱালখন দিলে। আৰ্য্যকে ক'লে—'যদি কেতিয়াবা সিদ্ধাদেশ সফল

হয়, তেতিয়া আপোনাক সুৰঁৰিম।"

আৰু পলম নকৰি বৰ্দ্ধমানে গাড়ী চলাই দিলে। চন্দনকে ভাবিলে, প্ৰধান সেনাপতি বীৰকৰ লগত বিৰোধ কৰি আৰু তাত থকা উচিত নহয়। তেওঁ স্থিৰ কৰিলে তেওঁৰ বন্ধু শৰ্ব্বিলকৰ দৰেই তেওঁ সপৰিবাৰে আৰ্য্যকৰ লগত যোগ দিব।

( ৮ )

চাৰুদত্ত আৰু বিদূষক দুয়ো পুষ্প-কৰণ্ডক নামেৰে উদ্যানত বসন্তসেনালৈ বাট চাই আছিল। কিন্তু নিৰ্দ্দিষ্ট সময় অতীত হৈ গ'ল তথাপি বসন্তসেনা আহি নাপালে। বাট চাই আমনি লাগি চাৰুদত্তই ক'লে,—'বয়স্য! বৰ্দ্ধমান দেখোন এতিয়াও নাপালেহি। তুমি তাক কিবুলি কৈছিলা?

বিদূষক।—মই তাক বসন্তসেনাক লৈ লাহে লাহে আহি থাকিবলৈ কৈছিলোঁ।

চাৰুদত্ত।—হ'ল বা কি? বাটেই হেৰুৱালে, নে চকাই ভাগিল, নে যোঁটেই ছিগিল, একো বুজিব পৰা নাই। নহ'লে কি জানিবা বাটেই বন্ধ! কি জানিবা গৰুৱে নিজ ইচ্ছামতে এখোজ এখোজকৈ আহি পলম কৰিছে!

এইদৰে দুয়ো গুণি-গাঁথি থাকোঁতেই দূৰত গাড়ী দেখা গ'ল; চাৰুদত্তৰ মনত পৰম আনন্দ মিলিল।

গাড়ী আহি ওচৰ পালতে চাৰুদত্তই বিদূষকক ক'লে,—"যোৱাঁ, বসন্তসেনাক নমাই আনা।"

বিদূষক।—নমাই যে আনিব লাগে ভৰি দুটা জানো শিকলিৰে বান্ধি থৈছে?

মুখেৰে এনেকৈ কৈ বিদূষক গাড়ীৰ ওচৰলৈ চাপি গ'ল। আৰু ভিতৰলৈ জুমি চালে। তাৰ পাচত চাৰু-দত্তলৈ চাই কলে—"বন্ধু! এওঁ দেখোন বসন্তসেনা নহয়, বসন্তসেন হে।"

চাৰু।—কি চুপতি কথা! মই ৰ'ব নোৱাৰোঁ; ৰ'বা, মই নিজেই নমাই আনো।

এই বুলি চাৰুদত্ত আগবাঢ়ি গ'ল।

আৰ্যক তেতিয়াও নীৰৱে গাড়ীত বহি আছিল। উদ্যানৰ ওচৰ পাওঁতে এবাৰ নামি হাবিৰ মাজত সোমা-বলৈ মন কৰিছিল। কিন্তু গাড়ীৰ গৰাকীক চাই যাবলৈ আগ্রহ জন্মাত নগ'ল। আৰ্য্যকৰ ইমানখিনি সাহ হোৱাৰ কাৰণ তেওঁ চাৰুদত্তৰ নাম-যশস্যা আগৰে পৰা শুনিছিল, সেই কাৰণেই তেওঁৰপৰা কোনো বিপদৰ সম্ভাবনা নাই বুলি বুজিছিল। চাৰুদত্তক দেখি তেওঁ আপোনা-আপুনি ক'লে—"এওঁ অকল শুনাতে শুৱনি নহয়, দেখাতো শুৱনি।"

চাৰুদত্তই গাড়ীৰ ভিতৰত আৰ্য্যকক দেখি ক'লে—"কোন আপুনি?"

আৰ্যকে ক'লে—"মই গোপাল আৰ্য্যক, আপোনাৰ শৰণাগত।"

চাৰুদত্ত।—ৰজা পালকে যাক ধৰি আনি বন্দী কৰি ৰাখিছিল?

আৰ্য্যক।—হয়।

চাৰুদত্ত। বিধাতাৰ অনুগ্ৰহত আপোনাক দেখা পালোঁ। লাগিলে মই প্ৰাণ দিম, কিন্তু শৰণাগতক কেতিয়াও নেৰোঁ।

এই বুলি চাৰুদত্তই বিদুষকৰ হতুৱাই শিকলি সোলোকোৱাই দিয়ালে, আৰ্য্যক গাড়ীৰ পৰা নামিব খুজিলে। এনেতে চাৰুদত্তই মাত লগালে—"নালাগে নামিব, বাটত কোনোবাই পাব পাৰে, গাড়ীতে যাওক।"

আৰ্যকে তেতিয়া চাৰুদত্তক ধন্যবাদ দি প্ৰস্থান কৰিলে। চাৰুদত্তই শিকলিডাল এটা এৰা খালত পেলোৱাই দিয়ালে। তেতিয়া তেওঁৰ মন নানা চিন্তাত ব্যাকুল হৈ উঠিল। এফালে বসন্তসেনা কলৈ গ'ল, তাৰ ঠিক নাই; আনফালে আৰ্য্যক নিৰাপদে সাৰিব পাৰিব নে নোৱাৰে তাতো সন্দেহ। তেওঁ এতিয়া কি কৰিব কি নকৰিব ভাবিবলৈ ধৰিলে। এনেতে তেওঁলোকৰ ফাললৈ এজন বৌদ্ধ ভিক্ষু অহা দেখি চাৰুদত্তই ক'লে,— "বন্ধু, ই অমঙ্গলৰ চিন, ইয়াত থকা আৰু উচিত নহয়।"

তেতিয়া দুয়ো তাৰপৰা ওলাই ঘৰমুৱা হ'ল।

পুষ্পকৰণ্ডক উদ্যানত এটা পুখুৰী আছিল, এজন বৌদ্ধ ভিক্ষুৱে তাত কাপোৰ ধুই আছিল। এওঁ নতুন ভিক্ষু সংবাহকৰ বাহিৰে আন কোনো নহয়। কাপোৰ ধুই থাকোঁতেই শকাৰ আৰু বিট (শকাৰৰ শিক্ষিত আৰু লম্পট লগৰীয়া) ভালৈ আহিল; শকাৰৰ হাতত এখন তৰোৱাল। শকাৰক দেখি ভিক্ষুৰ কঁপনি উঠিল। শকাৰে সুধিলে,—"তই ইয়ালৈ কেলেই আহিছিলি?"

ভিক্ষু।—কাপোৰ ধুবলৈ।

শকাৰ।—দুষ্ট! এই পুখুৰী মোক ৰজাই দিছে। যি পানী কুকুৰে খায়, শিয়ালে খায়, বেয়া হ'ব বুলি মই হেন বীৰ পুৰুষেও য'ত গা নোধোওঁ, তেনে পানীত তই কিয় কাপোৰ ধুইছিলি? আজি তোক একে থাপেই কাটিম। বিটে শকাৰক বুজাই বুজাই ভিক্ষুজনক পঠিয়াই দিবলৈ যত্ন কৰিলে, কিন্তু শকাৰে ক'লে—"যদি মোৰ কথামতে কাম কৰিব পাৰে, তেনেহলে এৰিব পাৰোঁ।"

বিট।—কি কাম?

শকাৰ— পানী ঘোলা নকৰাকৈ পানীত বোকা পেলাব লাগে; নহলে পানীখিনি একে ঠাইতে দ'ম কৰি পিচত বোকাত পেলাই দিব লাগে।

শকাৰৰ মূৰ্খতা দেখি বিটে তেওঁক নিৰস্ত কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে, আৰু শেহত কৃতকাৰ্য্য হ'ল। ভিক্ষুজনেও নিস্তাৰ পাই ততালিকে খোজ ল'লে।

ভিক্ষু গ'লত শকাৰ আৰু বিট ফুলনিৰ মাজত থকা শিল এটাৰ ওপৰত বহিল, আৰু ফুলনিৰ শোভা চাবলৈ ধৰিলে। বহি থাকোঁতে থাকোঁতেই বেলিয়ে মূৰৰ ওপৰ পালেহি। ৰ'দ সহিব নোৱাৰি গৰুবিলাকে চাত শুই ঘাঁহ পাগুলিবলৈ ধৰিলে। বনৰীয়া পছুবিলাকে সৰোবৰৰ তপত পানী খাবলৈ ধৰিলে। আলিবাটত মানুহ নোহোৱা হ'ল। শকাৰে ক'লে—"স্থাবৰক এতিয়াও আহি নাপালে, এই ৰ'দত খোজ কাঢ়ি যোৱা অসম্ভৱ।"

বিট।—বোধকৰোঁ৷ ৰ'দৰ কাৰণেই ক'ৰবাত গাড়ী ৰাখি থৈছে।

শকাৰে তেতিয়া সময় কটাবৰ নিমিত্তে গানত ধৰিলে। কিছু সময় এনেকৈ যোৱাৰ পাচত স্থাবৰক গাড়ী লৈ আহিল। শকাৰে সুধিলে,—"স্থাবৰক! আহিলি?"

স্থাবৰক।—হয়!

শকাৰ।—গাড়ী আহিল?

স্থাবৰক।—আহিল।

শকাৰ।—তয়ো আহিলি?

স্থাবৰক।—হয়, ময়ো আহিলোঁ।

শকাৰ। গাড়ী ভিতৰলৈ আন।

স্থাবৰক।—কেনি নিম?

শকাৰ।—টাপৰ ওপৰে।

স্থাবৰক।—দেউতা! তেতিয়া গৰুও মৰিব, গাড়ীও ভাগিব, ময়ো মৰিম।

শকাৰ।—তই নাজান নে মই ৰজাৰ জেঠৈৰীয়েক? গৰু মৰিলে মই আকৌ কিনিম, গাড়ী ভাগিলে আকৌ সজাম। তই মৰিলে আন গাড়োৱান ৰাখিম। আন আন, ঢাপৰ ওপৰেই আন।

স্থাবৰকে আন উপায় নেদেখি ত্ৰাহি মধুসূদন ডাকি কোনোমতে ঢাপৰ ওপৰেই গাড়ীখন পাৰ কৰিলে। তাকে দেখি শকাৰে ক'লে,—"ক'তা! দেখোন গৰুও নিছিগিল, জৰিও নমৰিল, তয়ো নাভাগিলি?"

স্থাবৰকে স্বীকাৰ কৰিলে। তেতিয়া শকাৰে বিটক ক'লে,—"তুমি মোৰ পৰম গুৰু, তুমি আগেয়ে উঠঁা।"

বিট উঠিব খুজিলে, শকাৰে চকু ৰঙা কৰি কৈ উঠিল,-"কি! তুমি এইখন তোমাৰ বাপেৰাৰ গাড়ী পাইছা নে কি যে আগেয়ে উঠিবা?"

বিট।—তুমিয়েই দেখোন আগেয়ে উঠিবলৈ কৈছিলা।

শকাৰ।—ক'লেঁৱেই বা। সেই বুলিয়েই উঠিবা নে? তুমিও তো মোক আগেয়ে উঠিবলৈ ক'ব পাৰিলাহেঁতেন।

বিট।—আৰু এতিয়াও কৈছোঁ,'তুমিয়েই আগেয়ে উঠঁা।

শকাৰ গাড়ীত উঠিল। উঠা মাত্ৰেই ভিতৰত বসন্তসেনাক দেখা পালে। তেওঁ ভয়তে একেজঁাপেই মাটিত পৰিল, আৰু বিটৰ ডিঙ্গিত সাবট মাৰি ধৰি

ক'লে—"বন্ধু! মৰা পৰিলা, মৰা পৰিলা। গাড়ীত ৰাক্ষসী নে চুৰুণী কিবা এজনী আছে। ৰাক্ষসী হলে দুয়োকে চুৰ কৰিব, চুৰুণী হলে দুয়োকে খাব।"

বিট।—ভয় নকৰিবা। গৰুৰ গাড়ীত ক'ৰ-পৰা ৰাক্ষস ওলাব! দুপৰীয়া ৰদৰ জিলিঙনিত স্থাৱৰকৰ ছাঁটো দেখিছে ভয় খাইছা।

শকাৰ।—স্থাৱৰক তই জীয়াই আছ নে?

স্থাৱৰক। আছোঁ দেউতা।

শকাৰে বিটক ক'লে, "গাড়ীত তিৰোতা এজনী আছে, তুমি চোৱাঁ"।

বসন্তসেনা ইয়াৰ আগলৈকে নিশ্চিন্ত হৈ আছিছিল। এতিয়াহে তেওঁ বুজিব পাৰিলে যে, তেওঁ বৰ্দ্ধমানৰ গাড়ীত অহা নাই। যাক দেখিলেও তেওঁৰ চকু বিষায়, সেই শকাৰ তেওঁৰ আগতে। তেওঁ কি কৰিব কি নকৰিব ভাবি ব্যাকুল হ'ল।

বিট শকাৰৰ কথামতে গাড়ীত উঠিবলৈ গ'লত শকাৰে ক'লে,—"সোৱা শিয়াল উৰিছে, কাউৰী লৰিছে। তুমি চকুৰে খোৱা আৰু দাঁতেৰে চোৱা মানে মই পলাওঁ।"

গাড়ীত বসন্তসেনাক দেখি বিট আচৰিত হ'ল। ই কি! হৰিণীয়ে ব্যাধক বিচাৰি আহিছে! হংসীয়ে বাজ হংসক এৰি কাউৰৰ কাষ চাপিছে! বসন্তসেনাক কাণে

ক্লাগে ক'লে—"ই বৰ অনুচিত কথা। আগেয়ে অৱজ্ঞা কৰি এতিয়া বস্তুৰ লোভত নিজে আহিছা।"

বসন্তসেনা।—নহয়, গাড়ী সলনি হোৱাৰ বাবেহে এই অৱস্থা। মই আপোনাৰ ওচৰত শৰণে পশিছোঁ, মোক ৰক্ষা কৰক।

বিট।—ভয় নাই, মনে মনে থাকাঁ। (শকাৰৰ প্ৰতি) সঁচা ইয়াত ৰাক্ষসী এজনী আছে।

শকাৰ।—যদি ৰাক্ষসী তোমাক চুৰ নকৰিলে কিয়? আৰু যদিহে চুৰুণী তেন্তে তোমাক নাখালে কিয়?

বিট।—সেইবোৰ বিচাৰ কৰি লাভ নাই; খোজ কাঢ়িয়েই যাওঁ ব'লা।

শকাৰ।—তাৰ পৰা কি হ'ব?

বিট।—আমাৰ ব্যায়াম হ'ব। গৰুৱেও জিৰণি লব পাৰিব।

শকাৰ।—বাৰু তাকে কৰা যাওক। স্থাৱৰক, গাড়ী লৈ যা। (অলপ বৈ) অ' নহয়—ৰ'ৰি। দেৱতা, ব্ৰাহ্মণ সকলোৱে আগত মই হেন পুৰুষে খোজ কাঢ়ি যাম নে? সেইটো হব নোৱাৰে, গাড়ীতে যাম, যাতে মানুহে দূৰৰ পৰা মোৰ গাড়ী দেখি কয়—'সোৱা ৰাজশ্যালক সংস্থানক গৈছে"

বিটে দেখিলে উপায় নাই, শকাৰক ক'লে—"ইয়াত বসন্তসেনা আছে, তোমাকেই বিচাৰি আহিছে।"

বসন্তসেনা।— ছিঃ।

শকাৰ।—মোকেই বিচাৰি আহিছে? এই প্ৰৱৰ পুৰুষ বাসুদেৱক?

বিট।—এৰা।

শকাৰৰ আনন্দৰ পাৰ নোহোৱা হ'ল, বসন্তসেনাৰ কাষলৈ গৈ ক'লে—“হে মাতৃ অম্বিকা, মই তোমাৰ ভৰিত ধৰি মাতিছোঁ, হাতযোৰ কৈ কাবৌ কৰি কৈছোঁ, কামাতুৰ হৈ আগেয়ে যি অপৰাধ কৰিছিলোঁ, ক্ষমা কৰা। মই তোমাৰ দাস। তুমি মোৰ হাৰা।”

“এনে কুৎসিত কথা নকবি, গুচ” এই বুলি বসন্তসেনাই শকাৰক পদাঘাত কৰিলে।

শকাৰ খঙত জ্বলি উঠিল, স্থাবৰকক সুধিলে,—এইক ক'ত পালি?

স্থাবৰক।—গাৱঁলীয়া গাড়ীৰে বাট বন্ধ হৈ আছিল। মই গাড়ীখন চাৰুদত্তৰ দুৱাৰ মুখত ৰাখি বাট উলিয়াবলৈ গ'লোঁ। মোৰ মনেৰে তেতিয়াই এওঁ আন গাড়ী বুলি ভুল কৰি ইয়াতে উঠিল।

শকাৰ।—তেন্তে গাড়ী ভুল কৰিহে আহিছে, মোক বিচাৰি অহা নাই। (বসন্তসেনাক) তই মোৰ গাড়ীত উঠি ভিকহু চাৰুদত্তক বিচাৰি আহিছ। নাম, নাম। কি! নানাম? ৰবি জটায়ুৱে বালীৰ ঘৈণীয়েকক নমোৱাদি তোৰ চুলি-কোছাত ধৰি মোৰ গাড়ীৰ পৰা নমাম।

বিটে আগবাঢ়ি গৈ ক'লে—"তুমি নালাগে, মহে নমাই দিওঁ। বসন্তসেনা! নামি আহাঁ।"

বসন্তসেনা গাড়ীৰ পৰা নামি এফলীয়া হৈ ৰ'ল। শকাৰে ভাবিলে—"তাই মোক অপমান কৰাত খং জুই উমাই আছিল, এতিয়া গোৰ খাই জ্বলি উঠিছে; তাইক মাৰিব লাগিল।"

তাৰ পাচত বিটক ক'লে—"মোৰ প্ৰিয় কাৰ্য্য এটা কৰাঁ।"

বিট।—"অকাৰ্য্য নহলে নিশ্চয় কৰিম।"

শকাৰ।—অকাৰ্য্যৰ গোন্ধো নাই, ইয়াত কোনো ৰাক্ষসী নাই।

বিট।—কোৱাঁ তেন্তে।

শকাৰ।—বসন্তসেনাক মাৰি পেলোৱাঁ।

বিট।—(কাণত আঙ্গুলি দি) যদি এই নিৰপৰাধিনী নাৰীক বধ কৰোঁ, তেন্তে বৈতৰণী পাৰ হ'ম কেনেকৈ?

শকাৰ।—মই ভুৰ দিম। তদুপৰি ইয়াত কোনো নাই, মাৰিলে নো কোনে দেখিব?

বিট।—দহ দিশ, বনদেৱতা, চন্দ্ৰ, সূৰ্য্য, ধৰ্ম্ম, বায়ু, আকাশ, পৃথিবী আৰু অন্তৰাত্মা, সকলোৱে দেখিব।

শকাৰ।—তেন্তে আঁৰকাপোৰ তৰি মাৰাঁ।

বিটে মাৰিবলৈ গাত নল'লে। শকাৰে ক'লে—"এই বুঢ়া গাহৰিটোৱে ধৰ্ম্মলৈ ভয় কৰে; স্থাবৰকক

কোৱা যাওক।" এই বুলি স্থাবৰকক মাতি ক'লে—'স্থাবৰক! মই তোক সোণৰ খাৰু দিম।"

স্থাবৰক।—মই পিন্ধিম।

শকাৰ।—সোণৰ পীৰা দিম।

স্থাবৰক।—মই বহিম।

শকাৰ।—খোৱা পাতৰ এৰাখিনি দিম।

স্থাবৰক।—ময়ো খাম।

শকাৰ।—সকলো লগুৱাৰ ভিতৰত তোক ডাঙৰ পাতিম।

স্থাবৰক।—ময়ো হ'ম।

শকাৰ।—তেন্তে মোৰ কথামতে কাম কৰ।

স্থাবৰক।—বেয়া কাম নহলে—যিহকে কৰিবলৈ কয় তাকে কৰিম।

শকাৰ।—বেয়াৰ "ব" টোও নাই।

স্থাবৰক।—কওক তেন্তে কি কৰিব লাগে।

শকাৰ।—এই বসন্তসেনাক মাৰি পেলা।

স্থাবৰক।—আও! মই নোৱাৰোঁ। মইেই গাড়ী তুল কৰালোঁ।

শকাৰ।—মই তোৰ গৰাকী নহওঁ নে?

স্থাবৰক।—হয়, শৰীৰৰ, কিন্তু চৰিত্ৰৰ নহয়। মোৰ প্ৰতি প্ৰসন্ন হওক, মোৰ ভয় লাগিছে।

শকাৰ।—মোৰ লগুৱা হৈ তোৰ কিহৰ ভয়?

স্থাবিৰক।—দেউতা পৰলোকৰ।

শকাৰ।—কি পৰলোক ?

স্থাবৰক।—পাপ-পুণ্যৰ পৰিণাম।

শকাৰ।--পুণ্যৰ পৰিণাম কেনেকুৱা ?

স্থাবৰক --দেউতা। যেনেকৈ সোণেৰেই টাক খাই আছে।

শকাৰ।— পাপৰ ফল কেনে ?

স্থাবৰক।—মোৰ দৰে পৰৰ কিনা গোলাম হোৱা। মোক আৰু নক'ব, মই এনে পাপ কাম কৰিব নোৱাৰোঁ।

"কি ! নামাৰ ?"—এই বুলি শকাৰে স্থাবৰকক যেনি পায় তেনি মাৰিবলৈ ধৰিলে। স্থাবৰকে ক'লে – "মাৰিলেও মাৰক, কাটিলেও কাটক দেউতা, মই এনে পাপ কাম কেতিয়াও নকৰোঁ। "এতিয়াই পৰৰ গোলাম. আৰু পাপ চপাই লব নোৱাৰোঁ।"

শকাৰে স্থাবৰকক মাৰিবলৈ ধৰিলে, বিটে মাজত সোমাই এৰুৱাই দিলে। তেতিয়া শকাৰে ক'লে – "এই বুঢ়া শিয়ালটো হ'ল ধৰ্ম্মভীৰু, এই গৰ্ভদাসৰ হ'ল পৰ-লোকলৈ ভয়, কিন্তু মই হ'লোঁ ৰজাৰ শ্যালক, বীৰ পুৰুষ ; মই কালৈ ভয় কৰিম !"

স্থাবৰকক ক লে,—"যা তই আঁতৰত লুকাই থাকগৈ।"

স্থাবৰক গুচি গ'ল। শকাৰে বসন্তসেনাক মাৰিবলৈ কঁকালৰ টঙালি আঁটি লৈ আগ বাঢ়িল। তাকে দেখি

বিটে খেদামাৰি গৈ শকাৰৰ ডিঙ্গিত চেপা মাৰি ধৰিলে; শকাৰ অজ্ঞান হৈ মাটিত পৰিল।

কিছু বেলিৰ মূৰত জ্ঞান পাই শকাৰে ক'লে—"মই এ'ন অকাৰ্য্য কৰিম বুলি তুমি ভাবিছা নে? মুঠেই প্ৰস্তাৱত সন্মত কৰিবলৈ ভয় খুৱাইছোঁ। মই এতিয়া বুজিছোঁ আন মানুহ থাকিলে তেওঁ মত নিদিয়ে। সেই কাৰণে তুমি আঁতৰি যোৱাঁ।

বিট।—বাৰু মই যাওঁ, কিন্তু এওঁৰ কোনো হানি-বিঘিনি নহয় বুলি তুমি গাত লোৱাঁ।

শকাৰ।—লৈছোঁ।

বিট।—সঁচাকৈ?

শকাৰ।—সঁচাকৈ।

বিট ওলাই গ'ল। শকাৰে ফুল ছিঙ্গি পিন্ধি ল'লে। তাৰ পাচত বসন্তসেনাৰ কাষ চাপি ক'লে—"মই ধন সোণ দিওঁ, মৰমৰ কথা কওঁ, ভৰিত ধৰোঁ, তথাপিও তুমি মোক নিবিচাৰা কিয়?"

বসন্তসেনা।—স্বভাৱত খল, বংশত নীহ হৈ মোক ধনৰ লোভ দেখুৱাবলৈ আহিছা। তুমি জনা উচিত পদুম এৰি মৌ-মাখি আন ফুললৈ নাযায়। মই আমগছক সেৱা কৰি পলাশত আশ্ৰয় নলওঁ।

শকাৰ।—কি! খাবলৈ নোপোৱা চাৰুদত্ত হ'ল আমগছ, আৰু মই হেন পুৰুষ হলোঁ পলাশ! ৰবি

তোৰ গতি লগাম। চাওঁ বাৰু, বেটীৰ লৰা চাৰুদত্তই তোক কেনেকৈ ৰাখে!

বসন্তসেনা।—দেখা পালে নিশ্চয় ৰাখিব।

শকাৰ।—বাৰু, যোনে তোক ৰাখে চাওঁ। চাণক্যই যেনেকৈ সীতাক মাৰিছিল, জটায়ুৱে যেনেকৈ দ্ৰৌপদীক বধিছিল, মৰো আজি তোক তেনেকৈ হত্যা কৰিম।

এই বুলি বসন্তসেনাক মাৰিবলৈ শকাৰ সাজু হ'ল। বসন্তসেনা চিঞৰি উঠিল,—"আই! আই! আজি তই ক'ত? চাৰুদত্ত! চাৰুদত্ত! মোৰ কামনা অপূৰ্ণ থাকিল।"

"আকৌ সেই পাপীৰ হে নাম"—এই বুলি শকাৰে বসন্তসেনাক টেটুত গাৰ বলেৰে চেপা মাৰি ধৰিলে। বসন্ত-সেনা ধৰফৰাই ধৰফৰাই মাটিত পৰি গ'ল; হাত-ভৰি ঠৰঙ্গা হ'ল।

শকাৰৰ বৰ ৰং লাগিল আৰু নিজৰ পৰাক্ৰমত নিজে গৰ্ব্বিত হৈ উঠিল। এনেতে স্থাবৰক আৰু বিট বেগাবেগিকৈ সোমাই আহিল আৰু বসন্তসেনাক নেদেখি কলৈ গ'ল বুলি শকাৰক সুধিলে। শকাৰে প্ৰথমে গ'লগৈ বুলি কৈছিল, কিন্তু পিচত সকলো স্বীকাৰ কৰিলে। বিটে বসন্তসেনাৰ অৱশ দেহ দেখি শোক পালে; চাই থাকি ক'লে,—"যোৱাঁ বসন্তসেনা, যোৱাঁ, যেন পৰ-জন্মত বেশ্যা নোহোৱা, যেন পবিত্ৰ কুলত জন্ম লোৱা।"

এই দৰে কৈ তেওঁ যাবলৈ ওলাল। শকাৰে তেওঁক

ৰাখিব নোৱাৰি ক'লে,—"বসন্তসেনাক মাৰি এতিয়া কলৈ পলাইছা ? ৰজাৰ ওচৰত তাৰ কৈফিয়ৎ দিব লাগিব।"

শিটে দেখিলে যতে ত'তে আঁতৰি থাকিলেও শকাৰৰ হাতৰপৰা সৰা টান। সেইকাৰণে তেওঁ শৰ্বিলক চন্দনক প্ৰভৃতিৰ লগ লবলৈ স্থিৰ কৰিলে, আৰু শকাৰক একো নকৈ গুচি গ'ল।

বিট গ'ল হয়, কিন্তু স্থাবৰকেও শকাৰৰ অনুৰোধ-মতে সত্য গোপন কৰিবলৈ মান্তি নহ'ল। শকাৰে তেতিয়া স্থাবৰকক ঘৰলৈ পঠিয়াই দিলে; মনে মনে স্থিৰ কৰিলে "বিট তো গ'লেই, তেওঁ আৰু ধৰা নিদিয়ে, এতিয়া স্থাবৰকক ঘৰৰ ভিতৰত বান্ধি থলেই লেঠা মৰিল। আন মানুহে তো কোনেও গম পোৱা নাই।"

তাৰ পাচত ভাবিলে,—"কিজানি বসন্তসেনা ভালকৈ মৰা নাই। যদি সেয়ে হয়, ভালকৈ মাৰি থোৱা উচিত। তেতিয়া তেওঁ আকৌ এবাৰ বসন্তসেনাক পৰীক্ষা কৰি চালে আৰু মৰিল বুলি নিশ্চিন্ত হৈ কিছুমান শুকান পাতেৰে ঢাকি থ'লে।

ঠিক সেই সময়তে দূৰত বৌদ্ধ ভিক্ষু সংবাহকক দেখা গ'ল। তেওঁ হাতত তিতা কাপোৰখন লৈ সেই ফালৈ আহিছিল। শকাৰৰ ভয় লাগিল, ভিক্ষুৱে দেখা পালে তেওঁ সৰা টান হ'ব। তেতিয়া তেওঁ বিপৰীত ফালে লৰালৰিকৈ ওলাই গ'ল।

(৯)

ৰাজকীয় বিচাৰালয় তেতিয়াও বহিবৰ হোৱা নাই। মাত্র শোধনকে আৱশ্যকীয়, সাজ-সজ্জা কৰিব লাগিছে। আদালতৰ বাহিৰতো এজনতকৈ বেচি মানুহ নাই। যি জন আছে তেওঁ শকাৰ, তেওঁ গোচৰ দিবলৈ আহিছে।

কিছু সময়ৰ পাচত কৰ্ম্মচাৰীসকল উপস্থিত হ'ল, বিচাৰকেও আসন গ্ৰহণ কৰিলে। বিচাৰকে শোধনকক ক'লে—"কোন কোন গোচৰ দিবলৈ আহিছে, চাই আহাঁ।"

শোধনক ওলাই গ'ল ? প্ৰথমেই দেখা পালে শকাৰক। শকাৰে ক'লে—"মই ৰাজ শ্যালক, মোৰ এখন গোচৰ আছে।"

শোধনকে সেই কথা বিচাৰকক ক'লেগৈ। বিচাৰকে ক'লে—'প্ৰথমেই শ্যালকৰ গোচৰ! অমঙ্গলীয়া কথা। কোৱাগৈ আজি তেওঁৰ গোচৰ লোৱা নহয়।"

বিচাৰকৰ অভিমত শুনি শকাৰ গৰ্জ্জি উঠিল,—"কি! মোৰ গোচৰ নলয়। দেখা যাওক মই এই বিচাৰকক ভাঙ্গি নতুন বিচাৰক পাতিব পাৰোঁ নে নোৱাৰোঁ।

শকাৰৰ কথা শুনি বিচাৰকে ক'লে—"এই মূৰ্খই কৰিব নোৱৰা কাম নাই। শোধনক যোৱাঁ, তাক মাতি আনা।"

শোধনকে শকাৰক আহিবলৈ ক'লে।—শকাৰে

মনতে ভাবিলে,—'ইহঁতে ভয় খাইছে। এতিয়া মই যি কওঁ তাকে মানিব।

শকাৰ ভিতৰলৈ গ'ল, বিচাৰকে বহিবলৈ ক'লে। শকাৰ এবাৰ এখনত, এবাৰ আন এখনত এই দৰে আসনবোৰত বহি শেহত মাটিতে বহিল।

বিচাৰক।—আপোনাৰ গোচৰ আছে?

শকাৰ।—হয়।

বিচাৰক।—কি গোচৰ?

শকাৰ।—ক'ম। প্ৰথমেই কওঁ, মোৰ জন্ম বৰ ডাঙৰ কুলত। মোৰ পিতা ৰজাৰ শহুৰেক, আৰু ৰজা পিতাৰ জোঁৱায়েক, ৰজা হ'ল মোৰ বৈনাই, মই হলোঁ ৰজাৰ জেঠৈৰীয়েক।

বিচাৰক।—জানো সকলো, গোচৰৰ কথা কওক।

শকাৰ।—কওঁ। ৰজাই মোক পুষ্প কৰণ্ডক বোলা ফুলনিখন দিছিল। তাত গাঁহ বটাবলৈ, আঁতাবলৈ, ফুল বোৱাবলৈ মই সদায় যাওঁ। দৈবক্ৰমে তাত এজনী তিৰুতাৰ শ পৰি থকা দেখা পালোঁ।

বিচাৰক।—তিৰুতাজনী কোন চিনিব পাৰিলে নে?

শকাৰ।—হয়, তেওঁৰ নাম বসন্তসেনা। কোনোবাই অলঙ্কাৰৰ লোভত তেওঁক টেটুত চেপা দি মাৰিলে, মই হ'লে মৰা নাই।

কথা শুনি বিচাৰকৰ অলপ সন্দেহ হ'ল। শকাৰক

সুধিলে,—"আপুনি কেনেকৈ জানিলে, অলঙ্কাৰৰ লোভত টেটু চেপি মাৰিলে বুলি?"

শকাৰ।—গাত এপদো অলঙ্কাৰ নাই।

শকাৰৰ জবানবন্দী লোৱা হ'লত বিচাৰকে বসন্ত-সেনাৰ মাকক আনিবলৈ শোধনকক পঠালে। বসন্ত-সেনাৰ মাক আহি আদালতত উপস্থিত হ'ল। বিচাৰকে বুঢ়ীক বহিবলৈ ক'লে; তাৰ পাচত সুধিলে,—"আপুনি বসন্তসেনাৰ মাক?"

বুঢ়ী।—হয়।

বিচাৰক।—বসন্তসেনা এতিয়া ঘৰত আছে নে?

বুঢ়ী।—নাই।

বিচাৰক।—কলৈ গ'ল?

বুঢ়ী।—মিত্ৰৰ ঘৰলৈ।

বিচাৰক।—সেই মিত্ৰৰ নাম কি?

বুঢ়ীয়ে কবলৈ সঙ্কোচ কৰি ক'লে,—"সেইবোৰ বাহিৰা মানুহে সুধিব পাৰে, আদালতত সোধাৰ প্ৰয়োজন কি?"

বিচাৰক।—গোচৰৰ সম্পৰ্কে হে সোধা হৈছে, আপুনি লাজ নকৰিব।

বুঢ়ী।—যদি নকলে নহয়, শুনক তেন্তে। সেই মিত্ৰ বিনয়দত্তৰ নাতিয়েক, সাগৰদত্তৰ পুতেক চাৰুদত্ত। তাত মোৰ ছোৱালীয়ে যৌৱনৰ সুখভোগ কৰিবলৈ গৈছিল।

বিচাৰকে তেতিয়া চাৰুদত্তক অনালে। চাৰুদত্তই

অনোৱাৰ কাৰণ বুজা নাছিল, মাত্র মনে মনে ভাবিছিল কিজানি আৰ্য্যক তেওঁৰ গাড়ীত পলোৱাৰ কথা কোনোবা চোৰাংচোৱাই জানিব পাৰি ৰজাক জনালে!

চাৰুদত্ত আহিলত বিচাৰকে তেওঁক বহিবলৈ দিলে; শকাৰৰ অসহ্য হ'ল। তেওঁ কবলৈ ধৰিলে—"তিৰী-বধী আহিছে, তাক বহিবলৈ আসন দিয়াটো বিচাৰকৰ ঘোৰ অন্যায়।"

বিচাৰকে শকাৰৰ কথালৈ কাণ নিদি চাৰুদত্তক সুধিলে,—"এই বৃদ্ধাৰ কন্যাৰ লগত আপোনাৰ প্রণয় নাইবা প্রীতি আছে নে?"

চাৰুদত্তই আগেয়ে বুঢ়ীক লক্ষ্য কৰা নাছিল, এতিয়া দেখা পাই নমস্কাৰ জনালে।

বিচাৰকে সুধিলে,—"কওক, বেশ্যা আপোনাৰ মিত্র?"

চাৰুদত্তই লাজত ইতস্ততঃ কৰিবলৈ ধৰিলে। বিচাৰকে ক'লে—"ক'ব লাগিব, ই গোচৰৰ কথা।"

চাৰুদত্ত।—গোচৰ কাৰ লগত?

শকাৰ।—মোৰ লগত।

চাৰুদত্ত।—আপোনাৰ লগত মোৰ গোচৰ! আচৰিত!

শকাৰ।—নানা ৰত্নৰ অলঙ্কাৰৰ লোভত বসন্তসেনাক মাৰিলি, এতিয়া লুকুৱাব খুজিছ!

বিচাৰক।—বাজে কথা নালাগে। কওক, বেশ্যা আপোনাৰ মিত্র?

চাৰুদত্ত।—হয়।

বিচাৰক।—বসন্তসেনা এতিয়া ক'ত আছে?

চাৰুদত্ত।—ঘৰলৈ গ'ল।

প্ৰশ্ন :—কিয় গ'ল? কেতিয়া গ'ল? কাৰে সৈতে গ'ল?

চাৰুদত্ত। ঘৰলৈ গ'ল। তাতকৈ বেছি মোৰ কবলৈ নাই।

শকাৰ। মোৰ পুষ্পকৰণ্ডকলৈ নি টেটু চেপি মাৰিলে, এতিয়া কৈছে ঘৰলৈ গ'ল।

বিচাৰক। চাৰুদত্তই নো কিয় এনে পাপ কাম কৰিব?

শকাৰ। আপোনালোকে পক্ষপাত কৰি বিচাৰ কৰিব নে কি?

বুঢ়া। যি চাৰুদত্তই চোৰে নিয়া হাৰ এধাৰৰ বাবে নিজৰ বহুমূলীয়া ৰত্নাৱলীকে দিছিল, সেই চাৰুদত্তই অলঙ্কাৰৰ লোভত মানুহ মাৰিব নোৱাৰে।

বিচাৰক। বসন্তসেনা গাড়ীত গৈছিল নে খোজ কাঢ়ি গৈছিল?

চাৰুদত্ত। মই নজনাতে গৈছিল। কেনেকৈ গৈছিল মই কব নোৱাৰোঁ।

এনেতে নগৰ-ৰক্ষী বীৰক সোমাই আহিল। বিচাৰকে তেওঁৰ কি কব লগা আছে সুধিলে। বীৰকে ক'লে,—"আৰ্য্যক পলোৱাৰ পাচত এখন গাড়ীৰ

পৰত আমাৰ সন্দেহ হৈছিল। মোৰ নগৰীয়া চন্দনকে গাড়ীখন পৰীক্ষা কৰি চাইছিল। মই কলোঁ। বোলোঁ। ক্ষন্ত তুমি চালেই নহয়, ময়ো চাম। সেই কথাতে চন্দনকে মোক পদাঘাত কৰিলে। এতিয়া তাৰ বিচাৰ কৰিব লাগে।”

বিচাৰক।—সেই গাড়ীখন কাৰ?

বীৰক।—চাৰুদত্তৰ। তাত উঠি বসন্তসেনা পুষ্পকৰণ্ডক উদ্যানলৈ গৈছিল।

শকাৰ।—আপোনালোকে শুনিলে নে এতিয়া?

বিচাৰকে তেতিয়া বীৰকক ক’লে—“আপোনাৰ গোচৰ পাচত সোধা হ’ব। সম্প্ৰতি পুষ্পকৰণ্ডকলৈ গৈ তাত কোনোবা তিৰুতাৰ শ দেখা যায় নে চাই আহক গৈ।”

বীৰক তেতিয়াই অনুসন্ধান কৰিবলৈ গ’ল। আৰু কিছু সময়ৰ মূৰত ঘূৰি আহি ক’লে—“কিবাই খোৱা তিৰুতাৰ শ এটা আছে।”

বিচাৰক।—তিৰুতাৰ বুলি কেনেকৈ জানিলে?

বীৰক।—হাত ভৰি আৰু চুলিৰ যি অৱশেষ আছে তাৰপৰা।

বিচাৰকে তেতিয়া চাৰুদত্তক ক’লে—“আপুনি সঁচা কথা কওক।”

চাৰুদত্ত।—মই আন কি ফুল তুলিবৰ সময়তো লতাত

ধৰি টানিব নোৱাৰেঁ। ভেনেস্থলত স্ত্ৰীবধ কথাটো মোৰ পক্ষে সম্ভৱ নে ?

শকাৰে এনেতে ক'লে—"কি পক্ষপাতী বিচাৰ ? অপৰাধ সাব্যস্ত হোৱাৰ পাচতো এওঁ বহিবলৈ আসন পায় কেনেকৈ ?"

শকাৰৰ কথাত বিচাৰকে চাৰুদত্তক আসনৰ পৰা উঠিবলৈ ক'লে। চাৰুদত্ত মাটিত বহিল, শকাৰৰ আনন্দৰ সীমা নোহোৱা হ'ল। চাৰুদত্ত বহা আসনখনত বহি স্ফুৰ্ত্তি কৰিবলৈ ধৰিলে।

ঠিক সেই সময়তে বিদূষক আহি আদালতত সোমাল। তেওঁৰ কাষলটি-তলত এটা টোপোলা। বসন্তসেনাই গাড়ী সাজি লবলৈ বুলি ৰোহসেনক যিখিনি অলঙ্কাৰ দিছিল, চাৰুদত্তই শুনা মাত্ৰকেই তাক ওলোটাই দিবলৈ বিদূষকৰ হাতত দিলে। বিদূষকে অলঙ্কাৰৰ টোপোলাটো লৈ পিন্ধি-উৰি ওলাবলৈ গ'ল।

বিদূষক ওলোৱাৰ আগতেই চাৰুদত্তক বিচাৰ চ'বালৈ নিয়া হ'ল; চাৰুদত্ত যোৱাৰ পাচত হে তেওঁ কথাটো শুনিলে। তেতিয়া তেওঁ বসন্তসেনাৰ ঘৰলৈ পোনে পোনে নগৈ, আগ ধৰি আদালতত এপাক মাৰি কথাটোৰ সম্ভেদ লোৱা উচিত বুলি ভাবিলে।

বিচাৰালয় পাই বিদূষকে চাৰুদত্তৰ কাষ চাপি ঘট-নাটো কি সুধিলে; চাৰুদত্তই বিদূষকৰ কাণে কাণে

সকলো কথা ক'লে। ঘটনাটো শুনি বিদূষকৰ খঙে শিকনিৰ আগ পালেগৈ। 'কটা! নটীৰ পো বন্দী! যি চাৰুদত্তই ফুল তোলোঁতেও লতা ছিগে বুলি বল নিদিয়ে, সেই চাৰুদত্তই তিৰীবধ কৰিলে বুলি কৱ। ক, তই মোৰ আগত ক, একেমাৰেই আজি তোৰ মূৰ টুকুৰাটুকুৰ কৰিম।" এই বুলি লাখুটি ডাঙ্গি বিদূষকে শকাৰলৈ চোঁচা ল'লে।

শকাৰে বিচাৰকলৈ চাই ক'লে—'চাওক আপোনালোকে। চাৰুদত্তৰ লগত মোৰ বিবাদেই হ'ল বা গোচৰেই লাগিল এই বিটলীয়াই কি বুলি মোৰ মূৰ ভাঙ্গিব?"

শকাৰো বিদূষকলৈ খেদি গ'ল। তেতিয়া আন আন মানুহ মাজত সোমাই টনা-আজোৰা লগাই দিলে। এই হেঁচা-ঠেলাৰ মাজতে বিদূষকৰ কাষলতি-তলৰ পৰা বসন্তসেনাৰ অলঙ্কাৰৰ টোপোলাটো সৰি পৰিল। দেখিয়েই শকাৰ চিঞৰি উঠিল,—'চাওক, চাওক, এইয়াই বসন্তসেনাৰ অলঙ্কাৰ!"

বিচাৰকে সন্দেহ প্ৰকাশ কৰিলে—"এনেয়ে মঙ্গল বিৰোধী, শুক্ৰ ক্ষীণ, তাতে আকৌ ধূমকেতুৰ দৰে ওলাল এটা গ্ৰহ।"

তাৰ পাচত বুঢ়ীক অলঙ্কাৰ খিনি দেখুৱাই সেই খিনি জীয়েকৰ হয় নে নহয় আদালতে জানিব খুজিলে।

বুঢ়ীয়ে ক'লে "দেখাত হয় যেন দেখি, পিচে আচলতে নহয়।"

প্ৰশ্ন।—"তেনেহলে চাৰুদত্তৰ নে কি ?"

বুঢ়ীয়ে উত্তৰ দিবলৈ নৌ পাওঁতেই চাৰুদত্তই ক'লে—"নহয়।"

প্ৰশ্ন।—তেন্তে কাৰ ?

চাৰুদত্ত।—বুঢ়ীৰ জীয়েকৰ।

প্ৰশ্ন।—তেওঁৰ গাৰ পৰা আহিল কেনেকৈ ?

চাৰুদত্ত।—আহিল কেনেবাকৈ।

শকাৰ।—উঁদ্যানলৈ নি মাৰিলি, তাকে নকৱ কিয় ?

বিচাৰক।—সঁচা কথা কওক।

বসন্তসেনাৰ মৃত্যুৰ বাতৰিত চাৰুদত্ত মৰ্ম্মাহত হৈছিল, সেই কাৰণে আত্ম সমৰ্থন কৰিবলৈ তেওঁৰ সমূলি আগ্ৰহ নোহোৱা হৈছিল। তেওঁৰ নিমিত্তেই বসন্তসেনাৰ মৃত্যু ঘটাত, তেওঁ৷ মৃত্যুকেই কামনা কৰিছিল। সেই কাৰণে তেওঁ ক'লে—"কিনো ক'ম! কিবা ক'ব লাগিলে শ্যালকেই কওক।"

শকাৰ।—মই কওঁ। তয়ে মাৰিলি। তই নিজেও তাকে নকৱ কিয় ?

চাৰুদত্ত।—মোৰ হৈ তুমি কৈছাহি নহয়।

শকাৰ।—শুনিলে সকলোৱে ? এয়েঁই মাৰিলে, এতিয়া শাস্তি দিলেই হয়।

বুঢ়ী।—ধৰ্ম্মাৱতাৰ! প্ৰসন্ন হওক, মোৰ ছোৱালী মাৰিলে যদি মাৰিলে, তথাপি এওঁ দীৰ্ঘায়ু হওক; মই

এওঁৰ মুক্তি ভিক্ষা কৰিছোঁ।

বিচাৰকে ভেতিয়া বুঢ়ীক আদালত এৰিবলৈ আদেশ কৰিলে। বুঢ়ী ওলাই গ'ল ; লগতে শকাৰো গ'ল।

বিচাৰক।—বিচাৰত প্ৰমাণ পোৱা গ'ল, চাৰুদত্ত হত্যা অপৰাধত অপৰাধী। সাধাৰণতঃ এনে অপৰাধীৰ শাস্তি প্ৰাণ-দণ্ড। কিন্তু চাৰুদত্ত ব্ৰাহ্মণ, সেই কাৰণে প্ৰাণ-দণ্ড হ'ব নোৱাৰে। মনুৰ মতে প্ৰাণ-দণ্ডৰ সলনিত সকলো ধন সম্পত্তিৰে সৈতে ব্ৰাহ্মণৰ নিৰ্ব্বাসন হ'ব লাগে। ময়ো সেই শাস্তিৰেই বিধান কৰিলোঁ। অৱশ্যে এই ৰায় চূড়ান্ত নহয়, ৰজাৰ অনুমোদনৰ ওপৰত নিৰ্ভৰ কৰে।

তেতিয়াই শোধনকক ৰজা পালকৰ ওচৰলৈ পঠোৱা হ'ল। ৰজাই বিচাৰকৰ ৰায় অনুমোদন নকৰি মন্তব্য কৰিলে,—"এনে দোষত নিৰ্ব্বাসন যথেষ্ট নহয়, যাতে মানুহে আগলৈ এনে কাম কৰিবলৈ ভয় কৰে তালৈ লক্ষ্য ৰাখি এওঁৰ প্ৰাণ-দণ্ডৰ আদেশ দিয়া হ'ল।"

শোধনক ঘূৰি আহিল। ৰজাৰ আদেশৰ ওপৰত বিচাৰকৰ আৰু হাত নাই। ৰজাৰ ৰায় শুনি চাৰুদত্তই বিদূষকক ক'লে,—"বয়স্য! ৰোহসেনক প্ৰতিপাল কৰিবা।"

বিদূষক।—গুৰিকটা গছৰ আৰু প্ৰতিপাল কি? তদুপৰি তুমি নহলে যে ময়ো জীয়াই থাকিব নোৱাৰোঁ।

চাৰুদত্ত।—ৰোহসেনকে মই বুলি ভাবিবা।

এনেতে বিচাৰকে বিদূষকক উলিয়াই দিয়ালে, আৰু চাৰুদত্তক চণ্ডালৰ হাতত অৰ্পণ কৰিবলৈ শোধনকক আদেশ কৰিলে।

(১০)

চাৰুদত্তৰ প্ৰাণদণ্ডৰ কথা ততালিকে গোটেই নগৰত ৰাষ্ট্ৰ হ'ল। সকলোৱে "হায়! হায়!" কৰিবলৈ ধৰিলে। যদিও বিচাৰত দোষী সাব্যস্ত হোৱাত হে শাস্তিৰ বিধান হৈছে, তথাপি কোনেও চাৰুদত্তক দোষী বুলি বিশ্বাস কৰিব পৰা নাই।

দুটা চণ্ডালে চাৰুদত্তক বধ্য-ভূমিলৈ লৈ যাবলৈ ধৰিলে, মতা মানুহবিলাক তেওঁলোকৰ পিচে পিচে গ'ল। তিৰুতাবিলাক যদিও যাব পৰা নাছিল তথাপি খিৰিকী মেলি যিমান দূৰলৈকে দেখা যায়, একেৰাহে চাই আছিল।

চণ্ডাল দুটাই ঢোল পিটি ঘোষণা কৰিলে—"ৰাইজ! শুনিবাহঁক, এওঁ বিনয়দত্তৰ নাতিয়েক সাগৰদত্তৰ পুতেক চাৰুদত্ত। অলঙ্কাৰৰ লোভত বসন্তসেনা নামেৰে এজনী গণিকাক এওঁ হত্যা কৰিছে বুলি বিচাৰত সাব্যস্ত হৈছে। ৰজা পালকে তেওঁক বধ কৰিবৰ নিমিত্তে আমাক দিছে। যদি কোনোবাই আকৌ এনে কাম কৰে, ৰজাই তেওঁকো সেই একে শাস্তিকেই দিব।"

এনেকৈ গৈ থাকোঁতেই কোনোবাই নিলগত মাতিলে- "পিতা! পিতা!"

চাৰুদত্তই মাত শুনিয়েই বুজিলে ই তেওঁৰ পুত্ৰ ৰোহসেনৰ কণ্ঠস্বৰ। তেওঁ চণ্ডালক ক'লে— 'এন্তুক অপেক্ষা কৰাঁ। মই পুত্ৰ মুখ চই লওঁ।"

এনেতে ৰোহসেন আৰু বিদূষক ওচৰ চাপিল। তেওঁলোকৰ সাক্ষাৎ বৰ করুণ।— চণ্ডালে অলপ পৰ ৰৈয়েই চাৰুদত্তক লৈ যাব খুজিলে।

ৰোহসেনে ক'লে,-' চণ্ডাল, পিতাক লৈ কলৈ যাব?"

চণ্ডালে কলে,-"আমি চণ্ডালকুলত উপজিলেও আচলতে চণ্ডাল নহওঁ; যি সাধুক মৰায়, সিহে আচল পাপী চণ্ডাল।"

ৰোহসেন।—তেন্তে পিতাক মাৰা কিয়?"

চণ্ডাল।—সেইটো ৰজাৰ আদেশ।

ৰোহসেন।—"নহয় পিতাক এৰি দিয়াঁ, মোক মাৰাঁ।"

চণ্ডাল।—"তুমি চিৰজীৱী হোৱাঁ।"

চাৰুদত্তই পুতেকক সাবটি ধৰি চকুলো টুকিলে। বিদূষকে চণ্ডালক ক'লে,—"হেৰা মোৰ বন্ধুক এৰি দিয়াঁ, মোক মাৰাঁ।"

চাৰুদত্ত।—তেনে কথা নকবা বন্ধু!

চণ্ডাল দুটাই ক'লে—"বাইজ! আঁতৰ হওক, সাধু-পুৰুষক বধ কৰা চাব খোজে কিয়?"

এই বুলি আকৌ সকলোকে শুনাই ঘোষণা কৰিলে।

সেই সময়ত তেওঁলোক শকাৰৰ ঘৰৰপৰা অলপ

আতঁৰেদি গৈছিল। শকাৰে স্থাবৰকক ঘৰৰ ওপৰ মহলাত বান্ধি থৈছিল, সেই কাৰণে সি বিচাৰৰ কথা একোকে নাজানিছিল। এতিয়া এই ঘোষণা শুনি কেনেকৈ সচাঁ কথাটো জনাব ইয়াকে ভাবি বহি থাকোঁতে দমে হ'ল, আৰু খিৰিকীয়েদি জাপ মাৰি দিলে। সৌভাগ্যবশতঃ তাৰ কোনো বিপদ নহ'ল, মুকলি হৈ বাহিৰত পৰিল; ভগে ভগে বান্ধো ছিগি গ'ল। স্থাবৰকে এক মুহূৰ্ত্তও বিলম্ব নকৰি লৰি গৈ সকলোৰে আগত চিঞৰি চিঞৰি কলে—"শুনক বাইজ! মই গাড়ীৰ ভুল লগাই বসন্তসেনাক উদ্যানলৈ নিছিলোঁ। পিচে মোৰ গৰাকী শকাৰে তেওঁক হাত কৰিব নোৱাৰি টেটু চেপি মাৰি পেলালে।

চণ্ডাল।—'সঁচা নে?

স্থাবৰক।—সঁচা। সঁচা কথা মই কওঁ বুলি মোক বান্ধি থৈছিল।

শকাৰেও ঘোষণা শুনিছিল, তেওঁৰ মনত আনন্দৰ পাৰ নোহোৱা হৈছিল। কিন্তু হঠাৎ জানিব পাৰিলে, বন্ধা ঠাইত স্থাবৰক নাই। সৰ্ব্বনাশ! ই গৈ এতিয়া ভেদ ভাঙ্গি দিব। এই বুলি শকাৰ লৰালৰিকৈ ঘোষণাৰ ঠাইলৈ গল। স্থাবৰকক তাত দেখিয়েই মাতিলে,—আহ স্থাবৰক, আমি যাওঁ।

স্থাবৰক।—বসন্তসেনাক মাৰি আপুনি সন্তুষ্ট হোৱা নাই, তেওঁৰ প্ৰণয়ী জনকো মাৰিবৰ উপায় কৰিছে।

সকলো বাইজে কৈ উঠিল, "ঠিক তুমি মাৰিছা; চাৰুদত্তই মৰা নাই।"

শকাৰ।—"কোনে কৈছে?

বাইজ।—(স্থাবৰকক দেখুৱাই) "এই সাধুজনে।"

শকাৰৰ ভয় লাগিল, অলপ বেলি ভাবি ক'লে,—'মিছা কথা। ই সোণ চুৰ কৰিছিল ; সেই কাৰণে তাক মই মৰিয়াই কিলাই বান্ধি থৈছিলোঁ। সেই দেখি সি শতুৰু শালিবলৈ আহিছে।" এই দৰে কৈয়েই শকাৰে সোণৰ খাৰু এপাট সোলোকাই স্থাবৰকৰ হাতত সুমুৱাই দি আনে জুগুনাকৈ ক'লে—'স্থাবৰক ! এইয়া ল আৰু আন বকমে ক।"

স্থাবৰকে খাৰুপাট লৈ ক'লে—"ৰাইজ চাওক, মোক সোণৰ লোভ দেখুৱাইছে।"

শকাৰে খাৰুপাট লৈ ক'লে—"এইয়া, এই পাটৰ নিমিত্তেই তাক মৰিয়াই কিলাই, বান্ধি থৈছিলোঁ। মই মিছা কৈছোঁ যদি তাৰ পিঠিখন চালেই চিন ওলাব।"

চণ্ডালে পিঠি চাই তাত মাৰৰ চিন পাই ক'লে,—"ইয়াৰ কথা মানিব নোৱাৰি। মাৰ খাই আহি সি যি মন যাই তাকে কব পাবে।"

"হায় ! মানুহৰ এনে দাস ভাব যে সঁচা কথাও নপতিয়ায়।" এই দৰে কৈ স্থাবৰক চাৰুদত্তৰ ভৰিত দীঘল দি পৰিল।

শকাৰে ভেভিয়া স্থাবৰকক তাৰ পৰা উলিয়াই দি চণ্ডালক ক'লে,—'উঁহতে পলম কৰিছ কিয় ? বেগাই মাৰ'।"

ৰোহসেন।—"নহয়, নহয়, পিতাক নামাৰিবা, মোক মাৰা।"

শকাৰ।—"বাপেক-পুতেক দুয়োকো মাৰ।"

চাৰুদত্তই ভাবিলে শকাৰৰ পক্ষে একো অসম্ভৱ নহয় ; সেই কাৰণে ক'লে, "বাছা ! মাৰাৰ ওচৰলৈ যোৱা।"

চাৰুদত্ত।—"মাৰাক লৈ আশ্ৰমলৈ যোৱাঁগৈ, নহলে পিতৃৰ দোষত তোমাৰো এনে দশা হব।"

বিদূষক।— বন্ধু, তোমাৰ অবিহনে মই জীয়াই থাকিব নোৱাৰোঁ, লৰাটো লৈ গৈ মাকক গতাই দিয়েই মই মৰিম।

এই বুলি বিদূষকে চাৰুদত্তক সাৱটি ধৰি ভৰিত পৰিল। ৰোহসেন কান্দি কান্দি বাগৰি পৰিল। তাকে দেখি শকাৰে চণ্ডালক ক'লে—"মই কি কৈছোঁ। শুনা নাই নে? বাপেক-পুতেক দুইটাকে মাৰ।"

চণ্ডালে আমাক ৰজাই তেনে আদেশ দিয়া নাই বুলি ৰোহসেনক আঁতৰাই পঠিয়ালে আৰু আগৰ দৰেই ঢোল পিটি আকৌ ঘোষণা কৰিলে।

তেতিয়া চণ্ডাল দুটাৰ কোনটোৱে মাৰিব বিচাৰ হ'ল। দুয়ো নানা প্ৰকাৰে লেখ-যুজ কৰাৰ পাচত এটাৰ গাত ভাৰ পৰিল। যাৰ ভাগত পৰিল সি ক'লে—"মোৰ বেতিয়া পাল, মই অলপ বৈ হে মাৰিম।"

দ্বিতীয়।—"কিয়?"

প্ৰথম।—"পিতা মৰিবৰ সময়ত কৈ গৈছে—বোলে বোপাই! যদি তোৰ ভাগত কাৰবাক মৰাৰ পাল পৰে তত্তাতৈয়া নকৰিবি।"

দ্বিতীয়।—"হেৰ! কিয়?"

প্ৰথম।—"কেতিয়াবা কোনো সাধুৱে ধন দি মুকলি কৰিব। কেতিয়াবা হয়তো ৰজাৰ লৰা উপজি সকলো অপৰাধীৰ প্ৰাণ-দণ্ড ৰহিত কৰিবলৈ সুযোগ উলিয়াব। কেতিয়াবা হাতীয়ে বান্ধ ছিঙি অহা দেখি ভয়ত সকলো পলাব; লগতে বধ্য বন্দীও মুক্ত হ'ব। আকৌ কেতিয়াবা

ৰজাই সলনি হ'ব। সেই বাবে সকলো বধ্য বন্দীয়ে মুক্তি পাব।"

শকাৰ।—"চাৰুদত্তক মাৰ, বেগাই মাৰ।"

চণ্ডাল।—"আৰ্য্য চাৰুদত্ত, আমাৰ কোনো দোষ নাই; ৰজাৰ আদেশ পালিব লাগিব। এতিয়া যদি কিবা সুঁৱৰিব লগীয়া আছে, সুঁৱৰি লওক।"

তাৰ পাচত চণ্ডালে চাৰুদত্তক ক'লে,—"সেইয়া দক্ষিণ শ্মশান, সেইখিনিলৈ ব'লক।"

চাৰুদত্তই 'উস! মোৰ কি দুৰ্কপাল!" বুলি বহি গ'ল।

চণ্ডালে ক'লে,—"কি আপুনি মৰিবলৈ ভয় খাইছে নে কি?"

চাৰুদত্ত।—"মূৰ্খ! মৰণৰ ভয় মোৰ নাই, কিন্তু মোৰ যে নিৰ্ম্মল যশ কলঙ্কিত হ'ল, এয়ে মোৰ সন্তাপৰ কাৰণ।"

চণ্ডাল।—"কি কৰিব! আন কি, চন্দ্ৰ সূৰ্য্যৰো বিপদ আছে, মানুহৰ কথা ধৰিবই নালাগে। উঠক।"

এইদৰে কৈ চতুৰ্থ বাৰ চাৰুদত্তৰ মৃত্যু ঘোষণা কৰিলে।

চাৰুদত্ত বধ্যস্থানত থিয় হ'ল, চণ্ডালে শেষবাৰ ঘোষণা জনালে। তাৰ পাচত ক'লে—"আপুনি পোন হৈ থিয় হওক, এই খড়্গৰ এটা ঘাপতেই আপোনাৰ স্বৰ্গলাভ হ'ব!"

চাৰুদত্ত সাজু হৈ ৰ'ল। চণ্ডালে দা-খন টানকৈ ধৰি ঘাপ মাৰিলে। কিন্তু দা-খন হঠাৎ হাতৰ পৰা এৰাই যোৱাত চাৰুদত্তৰ গাত নপৰি মাটিত পৰিল।

সেই মুহূৰ্ত্তত সংবাহক ভিক্ষুৰে সৈতে বসন্তসেনা আহি উপস্থিত হ'ল। সকলোৱে বিস্ময় মানিলে। বসন্ত-

সেনাই ক'লে,--"ম'বা, নামাৰিবা, নামাৰিবা। মই মৰা নাই।"

শকাৰৰ চেপাত বসন্তসেনা মৰা নাছিল, মূৰ্চ্ছা গৈছিল মাথোন। সংবাহকে শুকান পাত দেখি তেওঁৰ তিতা কাপোৰখন বসন্তসেনাৰ গাৰ ওপৰতে শুকাবলৈ বুলি মেলি দিলে। তিতা কাপোৰৰ স্পৰ্শত অলপ পাচতে বসন্তসেনাৰ মূৰ্চ্ছা ভাগিল। সংবাহকে তেওঁক চিনি পাই ঘৰত থৈ আহিবলৈ বুলি লৈ আহিল।

তেওঁলোক আহি থাকোঁতে প্ৰথমতে মানুহৰ কোলাহল শুনিলে, আৰু তাৰ পাচত বিৰাট জনতা দেখিবলৈ পালে। আক-তাক সুধি আচল কথাটো জানিব পাৰি যিমান পাৰে বেগাই আহি বধ্য ভূমিত উপস্থিত হ'ল।

বসন্তসেনাক দেখি শকাৰৰ ভাত তত নোহোৱা হ'ল। আগন্তুক বিপদৰ হাত সাৰিবলৈ- মানুহৰ মাজৰ পৰা গুলাই লৰ মাৰিলে। চণ্ডালে দেখিলে বসন্তসেনা মৰা নাই। তেওঁক মৰাৰ বাবে চাৰুদত্তৰ মৃত্যু দণ্ড হৈছিল যেতিয়া, এতিয়া সেই দণ্ড থাকিব নোৱাৰে। আচল দোষী শ্যালক, তাকহে ধৰিব লাগে--এই বুলি চণ্ডাল দুটা শকাৰক বিচাৰি গ'ল।

চাৰুদত্তই ক'লে,— ই কি! এওঁ বসন্তসেনাই নে? নতুবা ই মোৰ দৃষ্টিভ্ৰম!"

বসন্তসেনা।—মই সেই পাপীয়সীয়েই। মোৰ কাৰণেই আপোনাৰ এনে দশা।

চাৰুদত্ত।—তোমাৰ বাবেই মোৰ মৃত্যু ওচৰ চাপিছিল, আকৌ তোমাৰ দৰ্শনতেই জীৱন ঘূৰি আহিল।" পূৰ্ব্ব শত্ৰুৱে মই তোমাক মাৰিলোঁ, বুলি প্ৰমাণ কৰিছিল।

বসন্তসেনা।—মোক সেই ৰাজশ্যালকেই মাৰিছিল, (সংবাহকক দেখুৱাই) এওঁ মোক জীয়ালে।

চাৰুদত্ত।—এই সাধুজন কোন?

সংবাহক।—আপুনি মোক চিনা নাই! মই যে আপোনাৰেই ভৃত্য সংবাহক। জুৱাৰীৰ হাতৰ পৰা এই আৰ্য্যদেৱে সকৰাই দিয়াত ভিক্ষু হৈছোঁ। মই নিলগৰপৰা নিজ চকুৰে এওঁক শকাৰে টেটু চেপি মৰা দেখিছিলোঁ।

প্ৰকৃত ঘটনাটো তেতিয়া সকলোৱে জানিব পাৰিলে। এনেতে শৰ্বিলক আহি চাৰুদত্তৰ ওচৰত উপস্থিত হ'ল।

চাৰুদত্তই সুধিলে—"আপুনি কোন?"

শৰ্বিলক।—যি আপোনাৰ ঘৰত সিন্ধি দি অলঙ্কাৰ চুৰ কৰিছিল তেৱেঁই মই। মই সেই মহাপাতকীয়ে আপোনাৰ ওচৰত শৰণে পশিছোঁ।

"তেনে কথা নকব" বুলি চাৰুদত্তই শৰ্বিলকক ডিঙ্গিত সাৱটি ধৰিলে।

শৰ্বিলক।—আৰু কথা আছে—। আৰ্য্যকে ৰজা পালকক পশুৰ দৰে বধ কৰিলে।

চাৰুদত্ত।—কি?

শৰ্বিলক।—যি আপোনাৰ গাড়ীত উঠি পলাইছিল সেই আৰ্য্যকে পালকক হত্যা কৰিলে।

চাৰুদত্ত।—যাক আগেয়ে পালকে বন্দী কৰি থৈছিল।

শৰ্বিলক।—হয়। আৰ্য্যক ৰজা হৈয়েই প্ৰথমে তেওঁৰ বন্ধুসকলক শ্ৰদ্ধা জনাইছে।

তাৰ পাচত নিলগলৈ চাই ক'লে—"লৈ আহ শ্যালকক।"

তেতিয়া পিচলৈ হাতকৈ বন্ধা শকাৰক কিছুমান

প্ৰহৰীয়ে বেঢ়ি লৈ আছিল। শকাৰে দেখিলে তেওঁৰ ফলীয়া কোনো নাই। সি যি কি নহওক, আপদৰ কালত শকাৰৰ বুদ্ধি ওলাল। চাৰুদত্তৰ ভৰিত দীঘল দি পৰি ক'লে--"মোক ৰক্ষা কৰক।"

সকলোৱে কোঢ়াল কৰি উঠিল—"মাৰ তাক, মাৰ, মাৰ।"

শকাৰৰ ভয়তে ধাতু উৰিল; চাৰুদত্তক কাবৌ কৰি ক'লে—"মই অশৰণৰ শৰণ আপুনি মোক ৰাখক।"

চাৰুদত্ত।—ভয় নাই, শৰণাগতৰ কোনো ভয় নাই।

শৰ্বিলকে শকাৰক আঁতৰাই আনিবলৈ প্ৰহৰীক আদেশ দি কি শাস্তি তেওঁৰ উপযুক্ত হব চাৰুদত্তক সুধিলে।

চাৰুদত্ত।—মই যি কওঁ তাকে কৰিব জানো?

শৰ্বিলক।—নিশ্চয়।

শকাৰে চাৰুদত্তক আকৌ ক'লে—"মোক ৰাখক, দয়া কৰক। আপোনাৰ উপযুক্ত কাম কৰক, ইহঁতৰ কথা নুশুনিব।"

আকৌ ৰাইজৰ মাজত কোঢাল লাগি পৰিল,—"মাৰ তাক, মাৰ, মহাপাপী কিয় জীয়াই থাকিব?"

শৰ্বিলকে আকৌ চাৰুদত্তক সুধিলে—"তেওঁক কি শাস্তি দিব?

চাৰুদত্ত।—মোৰ কথা ৰাখিব?

শৰ্বিলাক।—নিঃসন্দেহে।

চাৰুদত্ত।—সঁচা।

শৰ্বিলক।—সঁচা।

চাৰুদত্ত।—তেন্তে এওঁক—

শৰ্বিলক।—বধ কৰোঁ?

চাৰুদত্ত।—নহয়, এওঁক এৰি দিয়ক।

শৰ্বিলক। কিয় ?

চাৰুদত্ত।—শৰণাগত শত্ৰুক অস্ত্ৰেৰে মাৰিব নাপায়,—

শৰ্বিলক।—তেন্তে কুকুৰৰ হতুৱাই খুৱাওঁ ?

চাৰুদত্ত।—নহয়, উপকাৰ কৰিব লাগে।

শৰ্বিলক।—আচৰিত! তথাপি আপোনাৰ কথামতেই চলিব লাগিব। নতুন ৰজাৰ সেয়ে আদেশ। এই বুলি শকাৰক প্ৰহৰীৰে সৈতে পঠিয়াই দিলে।

এনেতে শুনা গ'ল চাৰুদত্তৰ ভাৰ্য্যা ধূতাই স্বামীৰ মৃত্যুৰ কাৰণে নিজে চিতাত উঠি মৰিবলে ধৰিছে। ৰোহসেনেও মাকৰ আঁচলৰ পৰা এৰা নাই। তেতিয়া সকলোটি লৰালৰিকৈ সেই ফাললৈ যাবলৈ ধৰিলে।

সচাঁকৈয়ে ধূতা মৰিবলৈ ওলাইছিল। চিতা তেতিয়া দপ্ দপকৈ জ্বলি উঠিছিল। বিদূষক আৰু ৰোহসেনে নানা প্ৰকাৰে বাধা নজন্মোৱা হলে ইমান বেলি তেওঁৰ দেহ ভস্মত পৰিণত হল হঁতেন। ভাগ্যক্ৰমে মূৰামূৰি সময়ত চাৰুদত্ত সদলে উপস্থিত হ'ল। বিষাদৰ হাহাকাৰ মুহূৰ্ত্ততে মিলনৰ আনন্দত মুখৰিত হৈ পৰিল।

চাৰুদত্তৰ ইচ্ছামতে ভিক্ষু সকলো বিহাৰৰ কুলপতি, চণ্ডালদুটা সকলো চণ্ডালৰ অধিপতি, চন্দনক প্ৰধান বিচাৰপতি হ'ল। শকাৰক আগৰ পদতে ৰখা হ'ল আৰু স্থাৱৰকৰ দাসত্ব মোচন হ'ল।

নতুন ৰজাৰ ইচ্ছামতে চাৰুদত্তৰ লগত বসন্তসেনাৰ মিলন হ'ল। ৰজা-প্ৰজা সকলোৰে মাজত মহা আনন্দৰ ঢৌ উঠিল।

অন্ত

# পৰিচয়।

কবিকুলশিৰোমনি কালিদাস ভাৰতৰ শ্ৰেষ্ঠ নাট্যকাৰ। তেওঁৰ নাটক তিনিখন,—বিক্ৰমোৰ্ব্বশীয়ম্, অভিজ্ঞান-শকুন্তলম্ আৰু মালবিকাগ্নিমিত্ৰম্। ইয়াৰ ভিতৰত বিক্ৰমোৰ্ব্বশীয়েই সম্ভবতঃ তেওঁৰ প্ৰথম নাটক। ইয়াৰ মূল পৈশাচী ভাষাত লিখা বৃহৎ কথা। আজি কালি বৃহৎ কথা লোপ পাইছে, কিন্তু তাৰ সংক্ষিপ্ত সংস্কৰণ ক্ষেমেন্দ্ৰৰ বৃহৎ কথামঞ্জৰী আৰু সোমদেৱৰ কথা সৰিৎসাগৰত মূল গ্ৰন্থৰ আভাস পোৱা যায়।

বৃহৎ কথাৰ পৰা মূল ঘটনাটো ল'লেও কালিদাসে তাক গঢ়ি তুলিছে নিজৰ অসাধাৰণ কবিত্ব আৰু ৰচনা কৌশলেৰে; শেহৰ ফালে মূলতকৈও নিজৰ কল্পনাক হে বেচি প্ৰাধান্য দিছে আৰু তেনে কৰাত নাটকৰ সৌন্দৰ্য্য বহুত গুণে বাঢ়িছে।

ইয়াত বিক্ৰমোৰ্ব্বশীৰ নাটকীয় সাজ-সজ্জাৰ ঠাইত অসমৰ সাজ-পাৰ ব্যৱহাৰ কৰা হৈছে। ইতি—

---

# বিক্ৰমোৰ্ব্বশী

—০:০—

(১)

“ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ, দেৱতাৰ বন্ধু কোন আছা, কোনে আকাশভেদি অহা যোৱা কৰিব পাৰা, আহাঁ, ৰক্ষা কৰাঁ।”

চন্দ্ৰবংশীয় ৰজা পুৰুৰৱা সূৰ্য্যৰ উপাসনা কৰিবলৈ গৈছিল। উভতি আহোঁতে হেমকূট গিৰিৰ কাষ পাওঁতেই ওপৰত কোৱাৰ দৰে নাৰীৰ আৰ্ত্তনাদ তেওঁৰ কাণত পৰিল। তেওঁ তেতিয়া সেই স্বৰ লক্ষ্য কৰি বেগ দিলে. অলপ পিচতে তেওঁৰ চকুত পৰিল ৰম্ভা, মেনকা আদি কৰি স্বৰ্গৰ অপ্সৰাসকল। তেওঁলোকেই চিঞৰিব লাগিছে—“ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ,।”

পুৰুৰৱাই ক'লে.—“ভয় নাই, মাকান্দিবা, মই পুৰুৰৱা, কোৱাঁ তোমালোকক কিহৰ পৰা ৰক্ষা কৰিব লাগে।

ৰম্ভা।—অসুৰৰ অত্যাচাৰৰ পৰা।

পুৰু।—অসুৰে নো তোমালোকৰ কি কৰিছে?

ৰম্ভা।—কি কৰিছে শুনক,—আমি কুবেৰৰ ভৱনৰ পৰা একেলগে আহি আছিলোঁ। তপস্যাৰ আশঙ্কাৰ পৰা ৰক্ষা কৰোঁতা যি মহেন্দ্ৰৰ সুকুমাৰ প্ৰহৰণ, যাৰ

সৌন্দৰ্য্যই লক্ষ্মীকো লাজত পেলায়, যি স্বৰ্গৰ উৎকৃষ্ট অলঙ্কাৰ, সেই আমাৰ প্ৰিয়সখী উৰ্ব্বশীও আমাৰ লগত আছিল। হঠাৎ হিৰণ্যপুৰনিবাসী কেশী দানবে তেওঁক চিত্ৰলেখাৰে সৈতে এইখিনিৰ পৰাই ধৰি লৈ গ'ল।

পুৰু।—বুজিলোঁ। সেই পাষণ্ড এতিয়া কোনফালে গ'ল ?

ৰম্ভা।—উত্তৰ-পূব ফালে।

পুৰু।—তেন্তে বেজাৰ নকৰিবা। মই তোমালোকৰ সখীয়েৰাক উদ্ধাৰ কৰিম। তোমালোকক ক'ত লগ ধৰিম ?

অপ্সৰা।—এই হেমকূটৰ টিঙত।

ৰজাই তৎক্ষণাৎ উত্তৰ পূবফাললৈ ৰথ চলাবলৈ সাৰথিক আদেশ কৰিলে। সাৰথিয়ে বৰ বেগেৰে ৰথ ডাকিলে। ৰথৰ বেগত ডাৱৰবোৰ ভাগি ছিটিকি পৰিবলৈ ধৰিলে। ঘোৰাৰ মূৰত বন্ধা চোৱঁৰ লৰচৰ নোহোৱা হ'ল, যেন ছবিত হে আঁকা।

ৰজা গ'লত অপ্সৰাসকল হেমকূটৰ টিঙত উঠিল আৰু ৰজা ঘূৰি অহালৈ বাট চাই থাকিল।

অলপ সময়ৰ ভিতৰতে ৰজাৰ ৰথ ঘূৰি আহিল। ৰথত সাৰথি, ৰজা আৰু চিত্ৰলেখাৰ গাতে ঢলি পৰা উৰ্ব্বশী। উৰ্ব্বশী অচেতন অৱস্থাত।

চিত্ৰলেখাই সখীয়েকৰ চেতনা আনিবলৈ বাৰে বাৰে যত্ন কৰিবলৈ ধৰিলে। ৰজায়ো সান্ত্বনা বাক্যেৰে ভয়

ভাঙিবলৈ চেষ্টা কৰিলে। কিন্তু উৰ্ব্বশীৰ কুসুম-কোমল হৃদয়ৰ ভেতিয়াও কঁপনি মৰা নাছিল, তেতিয়াও তেওঁৰ গাৰ পৰা ভয়ৰ প্ৰভাৱ আঁতৰা নাছিল।

এনেকৈয়ে কিছু সময় থকাৰ পিচত উৰ্ব্বশীৰ চেতনা আহিল; তেওঁ চকু মেলিলে। নতুনকৈ ওলাই অহা জোনটিৰ দৰে, আন্ধাৰ আঁতৰি যোৱা ৰাতিৰ দৰে, ধোঁৱা নথকা ৰাতিৰ জুই-আঙ্গনিৰ দৰে, গৰা-গহনীয়াই মলিয়ন কৰা গঙ্গা-জল আকৌ নিৰ্ম্মল হৈ উঠাৰ দৰে উৰ্ব্বশীৰ দেহৰ সৌন্দৰ্য্য জিলিকি উঠিল। চিত্ৰলেখাই ক'লে,—"আৰু ভয় নাই। সেই পাৰও পৰাস্ত হৈছে।"

উৰ্ব্বশী।—কোনে পৰাস্ত কৰিলে? দেবেন্দ্ৰই?

চিত্ৰ।—নহয়, দেবেন্দ্ৰৰ দৰেই শক্তিশালী এই ৰাজৰ্ষি পুৰুৰৱাই।

ৰজালৈ চাই উৰ্ব্বশীয়ে মনতে ক'লে,—"দানৱে মোৰ উপকাৰকে কৰিলে।"

ৰজায়ো নিজৰ মনতে ক'লে,—"আপোনাসকলে নাৰায়ণ ঋষিক ভুলাবলৈ যাওঁতে তেওঁ নিজ উৰুৰ পৰা উৰ্ব্বশীৰ সৃষ্টি কৰি ভালেতো হে সকলোকে লাজত পেলাই-ছিল। অথবা তপস্বীৰ পক্ষে এনে সৃষ্টি সম্ভৱ নে? নহয়, নহয়, এওঁৰ সৃষ্টি কৰিছে মদন আৰু বসন্তই। নহ'লে বেদ পঢ়ি আলৰ হোৱা, বিষয় সুখৰ গোন্ধ নোপোৱা বুঢ়া মুনি এজনে এনে মনোহৰ ৰূপ সৃষ্টি কৰিব কেনেকৈ?

উর্ব্বশীয়ে চিত্রলেখাক সুধিলে,—"সখি! সখীহঁত ক'ত আছে?"

চিত্র।—মহাৰাজে হে জানে।

ৰজাই একেথৰে উর্ব্বশীলৈ চাই থাকি ক'লে,—"যি এবাৰ মাথোন তোমাক দেখিছে তেওঁ তোমাৰ নিমিত্তে ব্যাকুল নহৈ নোৱাৰে। সখীসকলৰ অৱস্থাৰ কথা নকলেও হয়। সৌৱা চোৱা।"

এই বুলি তেওঁ অপ্সৰাসকলক আঙ্গুলীয়াই দেখুৱালে।

লাহে লাহে ৰথ আহি হেমকুটৰ টিং পালে, খলা-বমা মাটিত ৰথখনে ঠেকেচা লবলৈ ধৰিলে। লগে লগে ৰজাৰ গাত উর্ব্বশীৰ গাৰ ঘঁহনি লাগিল; ৰজাৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল।

উর্ব্বশী ৰথৰ পৰা নামিল; লৰালৰিকৈ আহি সখীয়েক-হঁতে আলিঙ্গন কৰিলে। এনে সময়তে পূৱ কালে ৰথৰ ঘৰ্ঘৰণি শুনা গ'ল; সকলোৰে দৃষ্টি সেইফাললৈ ঘূৰিল। অলপ পাচতে ৰথ আহি তেওঁলোকৰ ওচৰ চাপিল; ৰথৰ পৰা নামিল গন্ধর্ব্বৰাজ চিত্ৰৰথ।

চিত্ৰৰথে পুৰুৰৱাক ধন্যবাদ জনাই ক'লে,—"নাৰদৰ মুখে কেশীয়ে উর্ব্বশীক হৰণ কৰাৰ বাতৰি পাই উদ্ধাৰ কৰিবলৈ ইন্দ্ৰই মোক আদেশ কৰিছিল; ময়ো মোৰ গন্ধর্ব্ব-সেনা লৈ তাক ধৰিবলৈ ওলাইছিলোঁ। বাটত আপোনাৰ বিজয়-বাৰ্ত্তা শুনিবলৈ পালোঁ। আৰু সেই কাৰণে আপোনাক

জগ ধৰিবলৈ উয়াইলে আহিছিলোঁ। আপুনি সঁচাকৈয়ে অনুগ্ৰহ কৰি প্ৰিয় কাৰ্য্য কৰিলে। এতিয়া উৰ্ব্বশীক লৈ আপুনিও ইন্দ্ৰৰ ওচৰলৈ গ'লে বৰ সুখৰ কথা হ'ব। আগতেহে নাৰায়ণ ঋষিয়ে এওঁক ইন্দ্ৰৰ হাতত সমৰ্পণ কৰিছিল; আজি আকৌ দৈত্যৰ হাতৰ পৰা আনি আপুনি নকৈ দান কৰিবলে।"

পুৰু।—তেনে কথা নক'ব। মই দানৱক পৰাস্ত কৰিছোঁ কেৱল ইন্দ্ৰৰ প্ৰভাৱৰ বলত; কিয়নো সিংহৰ গৰ্জ্জনৰ প্ৰতিধ্বনিয়েও হাতিক ভয় খুৱায়।

চিত্ৰ।—ই আপোনাৰ বিনয় মাথোন। বিনয় বিক্ৰমৰ অলঙ্কাৰ।

পুৰু।—বন্ধু! মহেন্দ্ৰৰ লগত সাক্ষাৎ কৰিবলৈ এতিয়া মোৰ সময়ৰ নাটনি, আপুনিয়েই এওঁক দেৱৰাজৰ ওচৰলৈ লৈ যাওক।

চিত্ৰ।—বাৰু তেন্তে, মৰে নিওঁ। (অপ্সৰাসকলক) এতিয়া সকলো ব'লাহঁক।

অপ্সৰাসকলক লৈ চিত্ৰৰথ যাবলৈ ওলাল। উৰ্ব্বশীয়ে চিত্ৰলেখাৰ কাণে কাণে ক'লে,—"সখি, যদিও এই ৰাজৰ্ষিয়ে মোৰ মহৎ উপকাৰ সাধিলে তথাপি বিদায় ল'বলৈ মোৰ মাত নোলায়, তুমিয়েই মোৰ হৈ কোৱা।"

চিত্ৰলেখাই উৰ্ব্বশীৰ মনোভাৱ ব্যক্ত কৰি ৰজাক ক'লে,—"মহাৰাজ! উৰ্ব্বশীয়ে আপোনাৰ কীৰ্ত্তি সুৰ-

লোকলৈ নিবলৈ আপোনাৰ অনুমতি বিচাৰিছে।”

ৰজা।—বাক যোৱা ; কিন্তু আকৌ যেন দেখা পাওঁ।

তেতিয়া সকলোটি আকাশমাৰ্গেদি যাবলৈ ওলাল। উৰ্ব্বশী হঠাৎ থমকা খাই বৈ চিত্ৰলেখাক ক'লে,—“সখি, মোৰ ডিঙিৰ হাৰগছ লতাত লাগি ধৰিলে, একৰাই দিয়াঁ।” লগে লগে ৰজাৰ ফাললৈ মুখ ঘূৰালে আৰু লাজকুৰীয়া ভাবে কেৰাহিকৈ চাবলৈ ধৰিলে।

চিত্ৰলেখাই মিচিক কৰে হাঁহি ক'লে,—“বৰ বেয়াকৈ লাগিল, ইয়াক একৰাব নোৱাৰিমেই কিজানি! তেও চাওঁচোন চেষ্টা কৰি।”

উৰ্ব্বশী।—তোমাৰ এই কথাকেইটা কিন্তু মনত ৰাখিবা।

চিত্ৰলেখাই লাহে লাহে লতাৰ পাক একৰাবলৈ ধৰিলে। ৰজাই একেবাহে উৰ্ব্বশীলৈ চাই থাকি আপোনা আপুনি ক'লে,—“লতা! তই মোৰ প্ৰিয় কাৰ্য্য কৰিলি; তই বাধা দিয়াৰ বাবেই আকৌ এবাৰ মই সেই মুখখনি চাবলৈ সুযোগ পালোঁ।”

তাৰ পাচত ৰজা ৰথত উঠিল। ৰজালৈ চাই হমুনিয়াহ কাঢ়ি সখীয়েইঁতেবে সৈতে উৰ্ব্বশীও স্বাৰ লগ্নাত পৰিল। তেওঁলোক যোৱা বাটৰ ফালে চাই থাকি ৰজাই ক'লে,—“অহো! মদনে দুৰ্ল্লভ বস্তুলৈকো মন মেলায়।”

উৰ্ব্বশী গ'ল। তেওঁৰ লগতে মনটো এৰি থৈ ৰজাও ঘৰমুৱা হ'ল।

---

(২)

উৰ্ব্বশীৰ চিন্তাত পুৰুৰৱা কাতৰ হৈ পৰিল। কেনেকৈ তেওঁক লাভ কৰিব এয়ে হ'ল দিন-ৰাতি চিন্তা। নিজে একো উপাই বিচাৰি নাপাই বিদূষকৰ লগত পৰামৰ্শ কৰিলে, কিন্তু বিদূষকেও তাৰ একো সুব্যৱস্থা দিব নোৱাৰিলে।

উৰ্ব্বশীৰ নিমিত্তে অন্তৰ ব্যাকুল হ'লেও ৰজাই ৰাজ-কাৰ্য্য পৰিচালনাত অৱহেলা কৰা নাই, প্ৰচলিত নীতি মতে যথাসময়ত ৰাজসভাত উপস্থিত হৈ দৈনিক কাৰ্য্য সম্পন্ন কৰিছে।

এতিয়া আটাইতকৈ ডাঙৰ আহুকাল হ'ল বিদূষক মাণৱকৰ। ৰজাই তেওঁৰ ৰহস্যৰ কথা কৈ বিদূষকক এই বুলি সতৰ্ক কৰি দিছিল যেন তেওঁ সেই কথা ক'তো ভুলিয়ায়। বিদূষকে এতিয়া কৰে কি। কাৰবাৰ আগত কৰলৈ নাপালে যে তেওঁ থাকিব নোৱাৰে। ৰজা লগত থকা সময়ত বিশেষ ভয় নাই। কিন্তু যিখিনি সময় ৰজা ৰাজসভাত থাকে সেইখিনি সময়ত তেওঁ মুখ জপাই

থাকে কেনেকৈ। মানুহ দেখিলেই যে সকলো কথা তেওঁৰ মুখৰ পৰা ওলাই আহিব তাত সন্দেহ নাই। অগত্যা তেওঁ বিমান পৰিচ্ছন্দৰ কাষৰ মানুহ দুনুহ নোযে'ৱা ঠাই এডোখৰত লুকাই থাকিল।

ইফালে পুৰুৰৱাৰ মহিষী কাশীৰাজকন্যা ঔশীনৰীয়ে লক্ষ্য কৰিলে যে সূৰ্য্যোপাসনাৰ পৰা ঘূৰি অহাৰে পৰা ৰজাৰ একোৰে প্ৰতি শ্ৰদ্ধা নাই, যেন তেওঁ শূন্য-হৃদয়। ৰাণীয়ে ভাবিলে,—নিশ্চয় ৰজা কাৰো্বাৰ প্ৰেমত পৰিছে, কিন্তু প্ৰকৃত ৰহস্য জনা যায় কেনেকৈ। জানিবৰ এটা মাত্ৰ উপায় হৈছে বিদূষকক অকলশৰীয়াকৈ লগ ধৰাটো। কিয়নো ৰজাৰ কি হৈছে বিদূষকে নিশ্চয় জানে আৰু কোনোবাই সুধিলে নোকোৱাকৈয়ো থাকিব নোৱাৰে। ৰাণীয়ে তেতিয়া বিদূষকক লগ ধৰি কথাটো উলিয়াবলৈ তেওঁৰ পৰিচাৰিকা নিপুণিকাক পঠিয়াই দিলে।

বহুত বেলি বিচৰাৰ পাচত নিপুণিকাই লুকাই থকা ঠাইতে বিদূষকক দেখা পালে। বিদূষক তেতিয়া কথা ওলাই যোৱাৰ ভয়ত ছবিত আঁকা বান্দৰটোৰ দৰে লৰচৰ নকৰাকৈ মনে মনে বহি আছিল। ওচৰ চাপি গৈ নিপুণিকাই তেওঁক নমস্কাৰ জনালে।

বিদূষকে আশীৰ্ব্বাদ দিলে, কিন্তু লগতে ৰজাৰ ৰহস্যও প্ৰায় ওলাইছিলেই। কোনোমতে বেলিৰা জিভাখন

হুমাই বাখি নিপুণিকাক সুধিলে.—"কি হে! গান-বাজনা এবি যোৱা ক'লৈ?"

নিপু।—কুঁৱৰীৰ কথামতে আপোনাক লগ ধৰিবলৈ।

বিদু।—কুঁৱৰীয়ে নো কি আদেশ কৰিছে?

নিপু।—মাদৈয়ে কৈছে বোলে বাপু সদায় মোৰ হুজীয়া, মোৰ দুখ-বেজাৰ দেখিলে সহিব নোৱাৰে।

বিদু।—তেনেহলে প্ৰিয় বয়স্যই তেওঁৰ প্ৰতি কিবা বেয়া আচৰণ কৰিছে নে কি?

নিপু।—মহাৰাজে দেবীক মাতিবৰ সময়ত তেওঁ ভাল পোৱা সেই তিৰুতাজনীৰ নামেৰে মাতিছিল।

বিদুষক বক্কা পৰিল। উস্! কথাটো ক'বলৈ নাপাই তেওঁৰ জিভাই যে কি যন্ত্ৰণা ভোগ কৰিছিল! এতিয়া ৰজাই নিজে নাম কাঢ়িলে বুলি শুনি তেওঁ খপবাই ক'লে—"কি! উৰ্ব্বশী বুলি মাতিছিল নে কি? সেই অপেচৰাজনীক দেখাৰ পৰাই ৰজাই আন একোকে হুব নোৱাৰে, আন কি মোৰো আমোদ-প্ৰমোদ সকলো গৈছে।"

ৰহস্য ভেদ কৰি নিপুণিকাই ক'লে—"পিচে দেউ, মাদৈক কি ক'ম?"

বিদু।—ক'বা, মই বয়স্যক এই মৰীচিকাৰ পৰা মুকলাই হে দেবীক দেখা কৰিম।

নিপুণিকা গুলাই গ'ল। ঠিক সেই সময়তে বৈতালিক

সকলৰ ৰাজ-প্ৰশস্তিয়ে ৰাজসভা ভঙ্গ হোৱাৰ জাননী দিলে। বিদূষক আগবাঢ়ি গৈ ৰজাক আগ বঢ়াই আনিলে।

ৰজাই ক'লে,—যেতিয়াই সেই সুৰ-সুন্দৰীক দেখা পালোঁ। তেতিয়াই মকৰকেতুৱে তেওঁৰ শৰৰ দ্বাৰা মোৰ হিয়াত বাট উলিয়াই তেওঁক সোমাবলৈ দিলে।"

বিদূষকে ভাবিলে,—কাশী ৰাজকন্যাই তো কম বেজাৰ পোৱা নাই।

ৰজা।—বয়স্য, ৰহস্য ৰক্ষা কৰিছা নহয়?

এতিয়াহে বিদূষকে বুজিলে কেনেকৈ তেওঁক নিপুণিকাই ঠগিলে। ৰজাক কি ক'ব কি নক'ব একোকে ঠিক কৰিব নোৱাৰি ভেবা লাগি চাই থাকিল।

ৰজা।—নামাতা কিয়?

নিজক চম্ভালি লৈ বিদূষকে ক'লে,—"মই মোৰ জিভাখন এনেকৈ অলৰ কৰি ৰাখিছিলোঁ। যে এতিয়াও সততকাই কথা নোলোৱা হৈয়ে আছে।"

ৰজা।—ভাল কথা। পিচে মই এতিয়া ক'ত শান্তি পাম?

বিদূ।—ব'লা, ৰান্ধনী-ঘৰলৈ যাওঁ,।

ৰজা।—কিয়?

বিদূ।—তাত নানাবিধ খোৱা বস্তু ৰান্ধিছে, সেইবোৰ চাই থাকিলে নিশ্চয় মনৰ অশান্তি আঁতৰি যাব।

ৰজাই হাঁহি ক'লে,—"তাত তোমাৰ কাম্য বস্তু

আছে দেখি তুমি আমোদ পাবা। মোৰ কাম্য দুষ্প্ৰাপ্য, মই আনন্দ পাম কেনেকৈ?”

বিদূ।—বাৰু এটা কথা সোধোঁ,—তোমাক জানো উর্ব্বশীয়ে দেখা নাই?

ৰজা।—দেখিছিল। তাৰ পৰা কি হ’ল?

বিদূ।—তেনেহলে তেওঁ দুর্লভ নহয়।

ৰজা।—সেইটো হৈছে মোৰ প্ৰতি তোমাৰ পক্ষপাতিতা।

বিদূ।—তোমাৰ কথাত মোৰ কৌতূহল জন্মিছে। সঁচাকৈয়ে আপচুৰ ভিতৰত মই যেনেকৈ অদ্বিতীয়, সুন্দৰীৰ ভিতৰত উর্ব্বশীও তেনেকৈ অদ্বিতীয়া নে?

ৰজা।—তেওঁৰ ৰূপ বর্ণনা অসম্ভব। তথাপি চমুকৈ ইয়াকে কওঁ,—তেওঁৰ বপু অলঙ্কাৰৰো অলঙ্কাৰ, প্ৰসাধনৰো প্ৰসাধন, সকলো উপমানৰ প্ৰত্যুপমান।

বিদূ।—সেইহে তুমি দিব্য ৰস পিবলৈ বিচৰা চাতকৰ ব্ৰতত ধৰিছা

ৰজা।—মোক নির্জ্জনতা লাগে। ব’লা প্ৰমদ বনলৈ যাওঁ।

তেতিয়া দুয়ো সেই ঠাই এৰি প্ৰমদ বনলৈ গ’ল।

প্ৰমদ বনত বসন্তৰ শ্ৰী শৈশৱ আৰু যৌৱনৰ মাজ ভাগত। কুৰুবক ফুলৰ কাৰকেইটা সেউজীয়া আৰু আগটো তিৰুতাৰ নখৰ দৰে ৰঙচুৱা হৈ উঠিছে। ৰঙা অশোকৰ

কলিবিলাক ফুলেঁ৷ ফুলেঁ৷ হৈছে। আমৰ মলে দেখা দিছে, কিন্তু এতিয়াও পূৰ্ণ হোৱা নাই। ভোমোৰাৰ সংস্পৰ্শত মাধৈ মালতী ফুলবিলাক সবি যেন ৰজাক অভ্যৰ্থনা কৰিবলৈকে সাজু হৈছে।

প্ৰমদ বনত সোমাই তাৰ চিত্তবিনোদনকাৰী দৃশ্যাৱলী দেখি ৰজাৰ সন্তাপ কমক ছাৰি বাঢ়ি উঠিল। বিদূষকে ৰজাক সান্ত্বনা দি ক'লে,—"চিন্তা নকৰিবা, মদনে তোমাৰ মনোবাঞ্ছা পূৰ্ণ কৰিব।"

ৰজাই সন্তোষ পাই ক'লে,—ব্ৰাহ্মণৰ বাক্য যেন অথলে নাযায়।"

বিদূ।—এতিয়া তুমি ফুলেৰে ৰমকজমক এই লতা-ডাললৈ চাই উৰ্ব্বশীৰ প্ৰতি জন্মা আকুলতা নিবাৰণ কৰা।

ৰজা।—ফুলৰ অলঙ্কাৰ পিন্ধি ভলৰে মূৰকৈ হালি-জালি থকা লতাডালি সুন্দৰ হব পাৰে, কিন্তু উৰ্ব্বশীৰ ৰূপত মজি থকা এই চকুক তৃপ্তি দিব নোৱাৰে। তুমি মোৰ মনোৰথ পূৰণৰ আন এটা উপায় বিচাৰি উলিওৱাঁ।

বিদূষকে কিছুপৰ ভাবি ক'লে—"মই এটা উপায় পাইছোঁ। তুমি এটা কাম কৰাঁ, টোপনি যোৱাঁ। তেতিয়া সপোনত দুয়োৰে মিলন হ'ব।"

ৰজা।—তোমাৰ প্ৰস্তাৱ কাৰ্য্যকৰী নহয়। মদনৰ শৰে থকা-সৰকা কৰা চকুত কেনেকৈ টোপনি আহিব?

বিদূ —তেনেহলে উর্ব্বশীৰ ছবি এখন আঁকি লৈ চাই থাকাঁ।

ৰজা—সিও সম্ভব নহয়। ছবি আঁকিব খুজিলে চকুলোৱে তাক শেষ কৰিবলৈ নিদিয়ে।

বিদূ।—তেন্তে আৰু উপায় নাই। মোৰ বুদ্ধিয়ে ইয়াতকৈ বেচি একো ঢুকি নাপায়।

ৰজা।— কি হ'ব,! হয়তো মোৰ কি যন্ত্রণা তেওঁ তাৰ গমকে পোৱা নাই, নাইবা গম পালেও অৱহেলা কৰিছে।

উর্ব্বশীও ৰজাৰ প্রেমত উন্মাদিনী হৈ পৰিছিল; স্বৰ্গত থাকিব নোৱাৰি পুৰুৰৱাক চাবলৈ লৰি আহিছিল। তেওঁৰ লগত আছিল চিত্রলেখা। ৰজাই উর্ব্বশীক ভাল পায় নে নাপায় তাৰ গম ল'বলৈ দুয়ো অদৃশ্য ভাবে ৰজাৰ ওচৰত থিয় দি আছিল। ৰজা আৰু বিদূষকৰ কথা শুনি উর্ব্বশীয়ে এখন ভূর্জ্জপত্রত লিখিলে:—

"অনুৰক্ত জনক্ট উৰ্ব্বশীৰ স্নেহ
হোৱা হলে স্বামী, যেনে কৰিছা সন্দেহ,
পাৰিজাত কুসুমৰ শীতল শয্যাত,
নন্দন বায়ুতো কিয় জুই লাগে গাত?

লিখা হ'লত ভূর্জ্জপত্রডোখৰ ৰজাৰ আগত পেলাই দিলে; সাপৰ কলপ বুলি ভাবি বিদূষক চক খাই উঠিল। ৰজাই দেখিলে সেইখন ভূর্জ্জপত্র আৰু তাত কিবা লিখা

আছে। বিদূষকে ক'লে কি জানি সেইখন উৰ্ব্বশীৰে প্রেম-পত্র। ৰজাই সন্দেহেৰে পঢ়িবলৈ আৰম্ভ কৰিলে, পঢ়া হ'লত ক'লে,—"বয়স্য! তোমাৰ অনুমান সত্য।"

তেতিয়া তাত কি লিখা আছে বিদূষকেও শুনিব খুজিলে; ৰজাই পঢ়ি শুনালে।

বিদূষকে ক'লে,—"ভোকত স্বস্তিবাচনৰ আগন্তুক দেখিলে মোৰ যি সান্ত্বনা, তোমাৰ এই সান্ত্বনাও তদ্রূপ।"

ৰজা।—অকল সান্ত্বনা হে নে? এই লিখা পঢ়ি মোৰ এনেহে লাগিছে যেন মোৰ মুখ তেওঁৰ মুখত লাগোঁ লাগোঁ হৈছে।

ৰজাৰ গা ঘামিছিল, কেনেবাকৈ হাতৰ ঘাম লাগি ভূৰ্জ্জপত্ৰখন নষ্ট হয় বুলি তেওঁ তাক বিদূষকৰ হাতত দি ভালকৈ ৰাখিবলৈ ক'লে।

বিদূষকে পত্রখন লৈ ক'লে—'উৰ্ব্বশীয়ে অকল ফুলৰ সৌন্দর্য্য দেখুৱাই ফলৰ পৰা বঞ্চিত কৰিব নে কি?"

এনেতে চিত্ৰলেখাই ৰজাক দেখা দি ক'লে,—"মহাৰাজৰ জয় হওক।"

ৰজাই হৰ্ষেৰে ক'লে,—'স্বাগতম্। কিন্তু আগতে এবাৰ গঙ্গা যমুনাৰ সঙ্গম দেখাৰ পাচত অকল যমুনাৰ দৃশ্যই যেনেকৈ আনন্দ নিদিয়ে, তেনেকৈ সখীয়েৰা লগত নথকাত তুমিও মোক পূৰাকৈ আনন্দ দিব পৰা নাই।"

চিত্র।—মেঘৰ পিচত হেঃ বিজুলী ওলায়।

বিদূষকে প্ৰথমতে চিত্ৰলেখাকে উৰ্ব্বশী বুলি ভাবি-ছিল। এতিয়া হে তেওঁক উৰ্ব্বশীৰ সহচৰী বুলি জানিব পাৰিলে।

চিত্ৰলেখাই ক'লে,—"মহাৰাজ! উৰ্ব্বশীয়ে মহাৰাজক প্ৰণিপাত কৰি জনাইছে—

ৰজা।—কি আদেশ কৰিছে?

চিত্ৰ।—কৈছে বোলে অসুৰৰ দুৰ্ঘটনাত মহাৰাজে মোক ৰক্ষা কৰিলে। এতিয়া তেওঁক দেখাৰে পৰা মদনে যি পীড়া দিছে তাৰ পৰাও মহাৰাজে আকৌ এবাৰ দয়া কৰি ৰক্ষা কৰিব লাগে।

ৰজা।—ভদ্ৰমুখি! তুমি সেই প্ৰিয়দৰ্শনাৰ মদন-পীড়াৰ কথা কৈছা, কিন্তু তেওঁৰ নিমিত্তে পুৰুৰৱাৰ কি যন্ত্ৰণা তালৈ লক্ষ্য কৰা নাই। আচলতে দুযোৰে প্ৰণয়ৰ গতি সমান। এডোখৰ তপত লো আন এডোখৰ তপত লোৰে হে মিলিব পাৰে।

চিত্ৰলেখাই উৰ্ব্বশীক দেখা দিবলৈ ইঙ্গিত দিলে। উৰ্ব্বশী ৰজাৰ আগলৈ আহি লাজকুৰীয়া ভাবে ক'লে—"মহাৰাজৰ জয় হওক।"

ৰজা—নিশ্চয় মোৰ জয়; কিয়নো তোমাৰ মুখৰ জয় শব্দ ইতিপূৰ্ব্বে ইন্দ্ৰৰ বাহিৰে আন কোনো পুৰুষৰ প্ৰতি কেতিয়াও ওলোৱা নাই।

এনেকৈ কৈয়েই পুৰুৰৱাই উৰ্ব্বশীক হাতত ধৰি

আনি বহুৱালে। এনেতে বিদূষকে ক'লে,—"হেৰা, মই ব্ৰাহ্মণ, ৰজাৰ প্ৰিয় বয়স্য; মোক বন্দনা নকৰা কিয়?"

উৰ্ব্বশীয়ে মিচিক কৰে হাঁহি মাৰি সেৱা কৰিলে।

হঠাৎ দেৱদূতৰ আকাশী বাণী শুনা গ'ল,—"চিত্ৰলেখা, উৰ্ব্বশীক বেগাই লৈ আহাঁ। ভৰত মুনিয়ে অষ্টৰসযুক্ত যি অভিনয়ৰ নিমিত্তে তোমালোকক নিযুক্ত কৰিছিল, সেই ললিত অভিনয় লোকপালসকলেৰে সৈতে দেৱৰাজে আজি চাব খুজিছে।"

বাণী শুনি উৰ্ব্বশী বিষন্না হ'ল। চিত্ৰলেখাই ক'লে,—সখি! দেৱদূতৰ কথা শুনিলা, এতিয়া মহাৰাজৰ ওচৰত বিদায় লোৱা।

উৰ্ব্বশী।—মোৰ কথা নোলায়।

চিত্ৰ।—মহাৰাজ, এওঁ পৰৰ বশ। যাতে দেৱতা-সকলৰ ওচৰত অপৰাধিনী হ'ব নালাগে সেই বাবে যাবলৈ অনুমতি দিয়ক।

ৰজাই দোকাহুকি মাতেৰে ক'লে,—"তোমালোকৰ গৰাকীৰ আদেশৰ বিৰুদ্ধে থিয় দিবলৈ মোৰ শক্তি নাই। মাত্ৰ মনত থাকে যেন।"

উৰ্ব্বশীয়ে বৰ বেজাৰেৰে ৰজাৰ ওচৰত বিদায় লৈ সখীয়েকৰে সৈতে প্ৰস্থান কৰিলে। তেওঁলোক গ'লত ৰজাই বিদূষকক ক'লে,—"মোৰ আৰু চকুৰ প্ৰয়োজনেই নোহোৱা হ'ল।"

"কিয় ? এইখন—"এই বুলি বিদূষকে ভূর্জ্জপত্রখন দিবলৈ চাই দেখে হাতত সেইখন নাই। সর্ব্বনাশ! উর্ব্বশীয়ে চাই ভেলেকা লাগি থাকোঁতেই সেইখন কেতিয়াবা হাতৰ পৰা হেৰাল। বিদূষকৰ মুখৰ মাত হৰিল।

ৰজা।—বয়স্ত, কি ক'ব খুজিছিলা ?

বিদূ।—ক'ব খুজিছিলোঁ। বোলোঁ। হতাশ হোৱাৰ কাৰণ নাই। তোমাৰ প্ৰতি উর্ব্বশীৰ প্ৰেম ইমান গভীৰ যে সি কেতিয়াও মুশুকায়।

ৰজা।—সেইটো মোৰো মনে ধৰিছে। যাবৰ সময়ত তেওঁ যে হুমুনিয়াহ কাঢ়িছিল সেইটো তেওঁৰ কঁপা বুকু দেখিয়েই গম পাইছিলোঁ। মুঠতে তেওঁ নিজৰ হৃদয় মোৰ ওচৰত এৰি গৈছে।

ৰজাই কেনেবাকৈ ভূর্জ্জপত্রখন বিচাৰে বুলি বিদূষকৰ ভয় লাগিল, তেওঁ সেইটো কথা তল পেলাবলৈ বুদ্ধি চাপ্পিবলৈ ধৰিলে। এনেতে ৰজাই কৈ উঠিল,—"কিহে মোৰ চকুক তৃপ্তি দিব! অ' হয়, চাওঁ ভূর্জ্জপত্রখন দিয়াচোন।"

বিদূষকে সেপ ঢুকি ক'লে,—"ক'তা! নাই দেখোন! উর্ব্বশীৰ লগতে যাব পায়।"

ৰজা।—মূর্খ! সকলো কামতেই অসাৱধান। বিচাৰ'।।

বিদূষকে ইফালে সিফালে বিচাৰিবলৈ ধৰিলে।

সিফালে বিদূষকেযে সৈতে ৰজা প্ৰমদ বনলৈ গৈছে

বুলি ৰাণীয়ে নিপুণিকাৰ পৰা জানিব পাৰিলে। তেওঁলোকে নো কি কৰে জানিবৰ মনেৰে নিপুণিকাক লগত লৈ তেওঁ ৰজাক বিচাৰি আহিল। তেওঁলোক আঁৰে আঁৰে আহি ৰজাৰ ওচৰ চাপিল আৰু ৰজাৰ কথা শুনিবৰ মনেৰে ওচৰত থকা লতা এজোপাৰ আঁৰলৈ যাব খুজিলে। এনেতে ভূৰ্জ্জপত্ৰখন উৰি আহি ৰাণীৰ ভৰিত পৰিল। ৰাণীয়ে ক'লে,—“নিপুণিকা, দক্ষিণ বতাহত উৰি কটাকানিৰ নিচিনা এইখন কি আহিছে ?”

নিপুণিকাই তুলি লৈ ক'লে,—“এইখন ভূৰ্জ্জপত্ৰ, ইয়াত কিবা আছে। পঢ়িম নে ?”

ৰাণী।—আগেয়ে মনে মনে পঢ়া ; যদি আপত্তিজনক একো মাথাকে তেতিয়া মযো শুনিম।

নিপুণিকাই পঢ়ি ক'লে,—“সেই কেলেঙ্কাৰীৰ কথাই। মহাৰাজলৈ লিখা উৰ্ব্বশীৰ কবিতা হ'ব পায়। বোধ-কৰোঁ আৰ্য্য মানৱকৰ অসাৱধানতাত উৰি আহি এইখিনি পাইছে।”

ৰাণীয়ে তেতিয়া নিপুণিকাক ডাঙৰকৈ পঢ়িবলৈ ক'লে, নিপুণিকায়ো পঢ়ি শুনালে। ৰাণীয়ে ক'লে,—“ভালেই হৈছে, এইখনকে দি অপ্সৰাকামুকক দেখা কৰোঁ।”

এইদৰে কৈয়েই তেওঁলোক লতা-গৃহলৈ আগ বাঢ়িল। এনেতে বিদূষকে ক'লে,—“বয়স্য, প্ৰমদ বনৰ

দাণ্ডিত ক্ৰীড়া পৰ্ব্বতত কিবা এটা উবি ফুৰা দেখিছোঁ, মই চাওঁ আহোঁ।"

বিদূষক গ'ল। ৰজাই বহাৰ পৰা উঠি ক'লে,—"বসন্তপ্ৰিয় দক্ষিণ বায়ু! তুমি সুগন্ধি হ'বলৈ ফুলৰ ৰেণু আহৰণ কৰা, কিন্তু আজি তাকে নকৰি প্ৰিয়াৰ চেনেহী হাতৰ লিখাখন লৈ গ'লা কিয়? তুমি অঞ্জনাৰ স্বামী হৈ কামাৰ্ত্তজনৰ চিত্তবিনোদন কৰিবলৈ এনে বস্তুৰ প্ৰয়োজনীয়তা নিশ্চয় বুজা।

ইয়াৰ ভিতৰতে বিদূষকে বতাহত উৰা বস্তুটো পালেগৈ, কিন্তু সি ভূৰ্জ্জপত্ৰ নহয়, কেশৰ ফুলৰ ৰঙৰ ম'ৰাৰ পাখি এটাহে। ৰজাই হা-হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে। ৰাণীয়ে এই হেগতে আগ বাঢ়ি আহি ভূৰ্জ্জপত্ৰডোখৰ আগ বঢ়াই দি ক'লে,—"আৰ্য্য-পুত্ৰ, দুখ নকৰিব, এইখন ভূৰ্জ্জপত্ৰ।"

দেৱীৰ মোৰত পৰি ৰজাই ক'লে,—"দেবি, স্বাগতম্।"

বিদূষকে ৰজাৰ কাণে কাণে ক'লে,—"স্বাগতম্ নহয়, দুৰাগতম্।"

ৰজাই কি ক'ব কি নক'ব একো ঠিক কৰিব নোৱাৰি বিদূষকক বুদ্ধি সুধিলে। বিদূষকে ক'লে,—"চোৰাই মালে সৈতে চোৰ ধৰা পৰিলে উত্তৰ কি ওলাব?"

বিদূষকৰ পৰা কোনো সাহায্য নাপাই ৰজাই নিজেই

ক'লে,—"দেৱি, মই এইখন বিচৰা নাই, আন কিবা এটাহে বিচাৰিছিলোঁ।।"

ৰাণী।—নিজৰ সৌভাগ্য গোপন কৰাটো ভালেই হৈছে।

বিদূ।—লৰালৰিকৈ খোৱাৰ যোগাৰ কৰি এওঁৰ পিত্ত উপশম কৰাওক,—খাবলৈ পালে পিশাচো শান্ত হয়।

ৰজাই বিদূষকক ক'লে,—"মূৰ্খ। মোক বলেৰে অপৰাধী পাতিবানে কি?"

ৰাণী।—অপৰাধ কাৰো নহয়, মোৰ হে। এই সময়ত মই ইয়াত থকাটো অন্যায় হৈছে। যাওঁ।

ৰাণী খঙেৰে যাবলৈ ওলাল। ৰজাই ৰাণীৰ ভৰিত পৰি ক'লে—"ৰম্ভোৰু, খং নকৰিবা, মহেঁই অপৰাধী; কিয়নো গৰাকীৰ খং তুলিলে লগুৱা কেনেকৈ নিৰপৰাধ হ'ব?"

ৰাণীয়ে ৰজাৰ কথালৈ কাণ নিদি নিপুণিকাৰে সৈতে ওলাই গুচি গ'ল। বিদূষকে ক'লে,—"ৰাৱিষাৰ নৈৰ দৰে ৰাণী ওলাই গ'ল! উঠা।"

ৰজাই ক'লে,—"ইয়াত অস্বাভাবিকতা একো নাই। প্ৰকৃত প্ৰেম নাথাকিলে এশবাৰ প্ৰিয় কথা ক'লেও, অনুনয়-বিনয় কৰিলেও, স্বামীৰ কথা ভাৰ্য্যাৰ হিয়াত নোসোমায়। মণিত কৃত্ৰিম ৰং লগাই আচলৰ নিচিনা কৰি দিলেও চিনাই তাক চিনে।"

বিদু।—গুচি গ'ল, তোমাৰ কপালেই ভাল। যাৰ চকুত ৰোগ আছে সি চাকিলৈ চাব নোৱাৰে।

ৰজা।—নহয়, তেনেকৈ নক'বা। মোৰ মন উর্ব্বশীগত হ'লেও মই ৰাণীক মযম্ম শ্রদ্ধা কৰোঁ। কিন্তু মোৰ প্রণিপাতকো উলজ্ঘা কৰাৰ কাৰণে তেওঁৰ প্রতি ধৈর্য্য অৱলম্বন কৰিব লাগিব।

বিদু।—থৈ দিয়া তোমাৰ ধৈর্য্য। ভোকত বামুণ মৰে, আগেয়ে তাৰ এটা ব্যৱস্থা কৰা।

ৰজায়ো দেখিলে স'চাকৈয়ে বেলি দুপৰ হ'ল। কিয়নো শিখীয়ে তাপত তত নাপাই তৰুমূলৰ আলবালত ঠাই লৈছেহি, ভোমোৰাই কৰ্ণিকাৰ ফুলৰ চুপহিৰ মাজত আশ্রয় বিচাৰিছে, পানী-কাউৰীয়ে পানী এৰি পাৰৰ কালে থকা পদুমনিত ছাঁ বিচাৰি ফুৰিছে; ক্রীড়া-গৃহৰ পিঁজৰাত থকা ভাটৌৱে পানী বিচাৰি ছটফটাব লাগিছে।

তেতিয়া দুয়ো ধীৰে ধীৰে প্রমদ বনৰ পৰা ঘৰমুৱা হৈ ওলাই গ'ল

---

[৩]

তেতিয়া সন্ধ্যা হৈছিল। ম'ৰা চৰাইবোৰ ডালত পখি টোপনিৰ ভালত ছবিৰ চৰাইৰ দৰে ৰ লাগি আছিল।

চটিত পৰি থকা পাৰবোৰে খিৰিকী'য়দি ওলাই অহা ধোঁৱাৰ তাপত খুব যুগুতি হেকুৱাইছিল। অন্তঃপুৰৰ বৃদ্ধাসকলে ঠায়ে ঠায়ে ফুল ছটিয়াই তাত মঙ্গলসূচক সান্ধ্য-প্ৰদীপ জ্বলাইছিল। গধূলিৰ উপাসনা শেষ কৰি এনে সময়তে ৰজা পুৰুৰৱা বিদূষকেৰে সৈতে বাহিৰ ওলাল। তেওঁলোকক বেঢ়ি হাতে হাতে জোৰ লৈ আছিল লিগিৰীবিলাক। দেখাত এনেহে লাগিছিল যেন কৰ্ণিকাৰ ফুলেৰে জকমকীয়া হৈ পৰ্ব্বতেহে গা লৰাইছিল।

এনেতে কঞ্চুকী লাতব্য আহি মহাৰাজৰ ওচৰ চাপি ক'লে,—"মহাৰাজ, দেৱীয়ে জনাইছে বোলে মণিহৰ্ম্ম্যৰ ওপৰৰ পৰা চন্দ্ৰক বৰ সুন্দৰ দেখি; সেই কাৰণে ৰোহিণীৰ লগত চন্দ্ৰৰ সংযোগ হোৱা সময়লৈকে তেওঁ আপোনাৰ লগত তাত থাকিব খোজে।"

ৰজা।—দেৱীক ক'বা,—তেওঁৰ ইচ্ছা পূৰ্ণ হ'ব।

"আপোনাৰ যি আদেশ" বুলি লাতব্য গুচি গ'ল।

ৰজা লিগিৰী আৰু বিদূষকেৰে সৈতে মনিহৰ্ম্ম্যৰ ওপৰলৈ উঠিল।

লাহে লাহে পূব আকাশ মুকলি হৈ আহিল, অলপ অলপকৈ চন্দ্ৰই দেখা দিলে। বিদূষকে ক'লে—"চোৱাঁ সোৱা ভগা মিঠৈ লাড়ুটোৰ নিচিনা হৈ জোনটো ওলাই আহিছে।

"থকুৱাই যতে ত'তে খোৱা বস্তুকেহে দেখে,"—

এইদৰে কৈ চন্দ্ৰক নমস্কাৰ ক'ৰি ৰজাই আসন গ্ৰহণ কৰিলে; বিদূষকো কাষ চাপি বহিল। লিগিৰীহঁতলৈ চাই ৰজাই ক'লে—"এতিয়া জোনাক হ'ল, আৰু জোৰৰ প্ৰয়োজন নাই। তোমালোক যাব পাৰা।"

ৰজাৰ আদেশ পাই লিগিৰীহঁত ওলাই গ'ল। ৰজাই বিদূষকক ক'লে,—"দেবী অলপতে পাবহি। তাৰ আগতে মোৰ অৱস্থাৰ কথা শুনা।

বিদূ।—সেইটো জনাই আছে। কিন্তু উৰ্ব্বশীৰ যি গাঢ় অনুৰাগ দেখা গ'ল, তোমাৰ মনস্কামনা পূৰ্ণ নোহোৱাকৈ নাথাকে।

ৰজা।—তথাপি মোৰ মন বৰ ব্যাকুল হৈ পৰিছে। নৈৰ সোঁতত যেতিয়া শিলৰ প্ৰতিবন্ধক জন্মে, তেতিয়া সি শত ধাৰাত বিভক্ত হৈ যায়। তেনেকৈয়ে আমাৰ মিলনত বিলম্বৰ বাধা জন্মাত মোৰ কামনা শতগুণে বৰ্দ্ধিত হৈছে।

বিদূ।—অতি সোনকালে তোমালোকৰ মিলন হ'ব।

ৰজা।—হওঁতে হয়। মোৰ সোঁ বাহুটো এনেদৰে লৰিছে যে সিয়ো তোমাৰ কথাকেই সমৰ্থন কৰিছে।

বিদূ।—বামুণৰ কথা অথলে নাযায়।

ইয়াৰ ভিতৰতে স্বৰ্গত এটা ঘটনা ঘটিল। ভৰত মুনিয়ে স্বৰ্গত লক্ষ্মী-স্বয়ম্বৰ নামে এখন নাটকৰ অভিনয় পাতিছিল। নাটখন লিখিছিল সৰস্বতীয়ে। উৰ্ব্বশীৰ

গাত লক্ষ্মীৰ ভাও আৰু মেনকাৰ গাত বাৰুণীৰ ভাও পৰিছিল। স্বয়ম্বৰত কেশৱকে আদি কৰি তিনিওলোকৰ সুপুৰুষসকল উপস্থিত আছিল। বাৰুণীয়ে লক্ষ্মীক সুধিলে,—"সখি, এওঁলোকৰ ভিতৰত কাক তুমি মনোনীত কৰা ?" নাটকমতে ইয়াৰ উত্তৰ হ'ব লাগিছিল—'পুৰুষোত্তমক', কিন্তু উৰ্ব্বশীৰ মুখৰপৰা ওলাই গ'ল 'পুৰুৰৱাক'।

ইয়াৰ পৰা দৰ্শকৰ মাজতো কিছু চাঞ্চল্য উপস্থিত হ'ল। মুঠতে অভিনয় মুনিৰ মনৰ জোখায় নহ'ল। অভিনয় শেষ হোৱাৰ পাচত মুনিয়ে উৰ্ব্বশীক ক'লে,—"তই স্বৰ্গত থাকিবৰ উপযুক্ত নহয়, তোৰ অধঃপতন হওক।"

ইন্দ্ৰই ঘটনাৰ আদি অন্ত সকলো বুজিলে। তেওঁ উৰ্ব্বশীক ক'লে,—"বেজাৰ নকৰিবা। ৰাজৰ্ষি পুৰুৰৱাই মোক ৰণত সহায় কৰি আহিছে; এতেকে তুমি তেওঁৰ লগতে থাকাঁ গৈ। সেয়ে হ'লে মুনিৰ শাপো ফলিয়াব তোমালোকো সুখী হ'বা। ৰজাই যেতিয়া তোমাৰ গৰ্ভজাত সন্তানৰ মুখ দেখিব, তেতিয়াই তুমি স্বৰ্গলৈ ঘূৰি আহিবা।"

ইন্দ্ৰৰ আদেশ মানি উৰ্ব্বশী চিত্ৰলেখাৰে সৈতে পুৰুৰৱাক বিচাৰি আহিল আৰু ৰজা আৰু বিদূষকৰ কথা বতৰা চলি থাকোঁতেই তেওঁলোকৰ ওচৰ পালেহি। উৰ্ব্বশীৰ তেতিয়া অভিসাৰিকাৰ বেশ, গাত নীলা পাটৰ কাপোৰ আৰু নিচেই তাকৰীয়াকৈ অলঙ্কাৰ। তেওঁ চিত্ৰলেখাক সুধিলে,—"সখি, কেনে দেখিছা ?"

চিত্র ।—সুধিছা হে নে ? এই সাজ-পাৰেৰে তোমাক দেখি মোৰেই পুৰুষয়া হবৰ মন গৈছে ।

তেওঁলোক দুয়ো অদৃশ্যভাবে থাকি ৰজা আৰু বিদূষকৰ কথা-বতৰা শুনি'লৈ ধৰিলে ।

ৰজাই বিদূষকক ক'লে,—"ৰাতি বাঢ়ি অহাৰ লগে লগে মোৰ মদন-পীড়াও বাঢ়ি আহিছে ।"

বিদু ।—তেনেহলে অমৃতগৰ্ভ চন্দ্ৰকিৰণ সেৱন কৰ্ঁা ।

ৰজা ।—বয়স্য, ফুল-শয্যাই হওক, চন্দন প্ৰলেপেই হওক, নাইবা মণিমালাই হওক, একোৱেই মোৰ যন্ত্ৰণাৰ উপশম কৰিব নোৱাৰে. পাৰে মাথোন সেই দিব্যাঙ্গনাই, নাইবা তেওঁৰ বিষয়ে আলাপ অলোচনাই ।

উৰ্ব্বশীৰ মনত যদি ৰজাৰ প্ৰতি কিবা অলপ সন্দেহো আছিল, এই কথা শুনাৰ পাচত সিও নোহোৱা হ'ল । এনে সময়তে ৰাণী অহাৰ গম পাই ৰজা আৰু বিদূষক দুয়ো কথা-বতৰা সামৰি সতৰ্ক হৈ ৰ'ল । উৰ্ব্বশী আৰু চিত্ৰলেখায়ো আগৰ দৰেই অদৃশ্য হৈ তেওঁলোকৰ কাৰ্য্য লক্ষ্য কৰিবলৈ ধৰিলে ।

অলপ পিচতে পৰিচাৰিকাৰে সৈতে ৰাণী আহি মণি-হৰ্ম্ম্য পালে । তেওঁৰ গাত ধকধক কৰে বগা পাটৰ কাপোৰ আৰু যিখিনি নিপিন্ধিলেই নহয়, সেইখিনি মাথোন অলঙ্কাৰ ; মূৰত পবিত্ৰ দূৰ্ব্বা ।

ৰাণী এনেকৈ ৰজাৰ ওচৰলৈ অহাৰ উদ্দেশ্য আছে ।

সেইদিনা ৰজাৰ প্ৰণিপাতকো লঙ্ঘন কৰি খণ্ডত গুটি যোৱাৰ পাচত ৰাণীয়ে ভাবিলে তেওঁৰ তেনে কৰা উচিত নহ'ল। স্বামীৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁ থিয় দিব নালাগিছিল। ইয়াকে ভাবি তেওঁ "প্ৰিয়ানুপ্ৰসাদন" নামে ব্ৰত আৰম্ভ কৰিলে। দিনটো ব্ৰতে উপবাসে থাকি এতিয়া তাৰ সমাপ্তিৰ নিমিত্তে ৰজাৰ কাষ চাপিছে।

ৰাণীয়ে প্ৰথমেই মণিহৰ্ম্ম্যৰ ওপৰত পৰা চন্দ্ৰৰশ্মিক গন্ধ-পুষ্পাদি উপচাৰেৰে অৰ্চ্চনা কৰি মিঠাইৰ থালখন বিদূষকক দিলে, বিদূষকেও মনৰ আনন্দেৰে আশীৰ্ব্বাদ কৰিলে। তাৰ পাচত ৰাণীয়ে ৰজাক পূজা কৰিলে। পূজাৰ অন্তত অঞ্জলিবদ্ধা হৈ ৰজাক প্ৰণিপাত কৰি ক'লে,—"মই আজি ৰোহিণী-মৃগলাঞ্ছনক সাক্ষী কৰি কওঁ যে আজিৰ পৰা আৰ্য্য-পুত্ৰই যি তিৰুতাৰ সঙ্গ বিচাৰে, আৰু যি আৰ্য্যপুত্ৰৰ প্ৰণয়িণী স্বৰূপে কাষ চাপে তেওঁৰ লগত প্ৰীতি-পাশত আবদ্ধ থাকিম।"

বিদূষকে ৰজাৰ কাণে কাণে ক'লে,—"মাছমৰীয়াৰ হাতৰ পৰা মাছ এবাৰ গ'লে অসন্তোষেৰে কয়—'যাওক তাৰ প্ৰাণ-ৰক্ষা পৰিল, মোৰ ধৰ্ম্ম হ'ব'।" তাৰ পাচত ৰাণীলৈ চাই ক'লে,—"আও। ৰজালৈ আপোনাৰ ইমান মৰম নে?"

ৰাণী।—নিজৰ সুখ বিসৰ্জ্জন দিও মই আৰ্য্যপুত্ৰক

সুখী কৰিব খোজোঁ। মৰম আছে নে নাই তাৰ পৰাই বুজি লওক।

ৰজা।—তুমি মোক আনক দিবও পাৰা, কিন্তু তুমি মোক যি ভাবে সন্দেহ কৰিছা, আচলতে মই তেনে নহওঁ।

ৰাণী।—হওক বা নহওক, সেইটো মোক নালাগে। মই নিয়মমতে মোৰ ব্ৰত সমাপন কৰিছোঁ মাত্ৰ। এতিয়া আহোঁ।

ৰজা।—যদি মোক এৰি যোৱা, তেন্তে তুমি মোৰ প্ৰতি প্ৰসন্ন হোৱা নাই।

ৰাণী।—নহয়, ব্ৰতৰ নিয়ম মই লঙ্ঘন কৰিব নোৱাৰোঁ।

এইদৰে কৈয়েই পৰিচাৰিকৰে সৈতে ৰাণী ওলাই গ'ল।

অলপ পৰ নীৰৱে থকাৰ পাচত ৰজাই বিদূষকক ক'লে,—"ৰাণী কিমানখিনি পালেগৈ?"

বিদূ।—ভয় নাই, কি ক'ব খুজিছা কোৱাঁ। বেজে যেনেকৈ চিকিৎসাৰ বাহিৰ হোৱা ৰোগীক এৰি দিয়ে, ৰাণীয়েও তোমাক তেনেকৈ এৰি দিছে।

ৰজা।—উৰ্ব্বশীক নেদেখিলেও নেপূৰৰ ৰুণজুন ধ্বনিয়েই যদি কাণত পৰিলহেঁতেন! নাইবা পিচফালৰ পৰা আহি তেওঁ মোৰ চকু জিপাই ধৰিলেহেঁতেন।

তৎক্ষণাৎ উৰ্ব্বশীয়ে পিচফালৰ পৰা ৰজাৰ চকু জিপাই ধৰিলে। চিত্ৰলেখাই একো নক'বলৈ বিদূষকক ইঙ্গিত

দিলে। ৰজাই ক'লে,—"এও' নিশ্চয় সেই নাৰায়ণ ঋষিৰ উৰুৰ পৰা জন্ম পোৱা বৰোক।"

বিদূ।—কেনেকৈ জানিলা ?

ৰজা।—মোৰ অনঙ্গক্লিষ্ট অঙ্গই আনৰ স্পৰ্শত কেতিয়াও এনে সুখ অনুভৱ কৰিব নোৱাৰে। ভেঁট ফুলক ফুলাব পাৰে চন্দ্ৰই হে, সূৰ্য্য কিৰণে নোৱাৰে।

উৰ্ব্বশীয়ে তেতিয়া হাত একৰাই আগলৈ আহি ক'লে— মহাৰাজৰ জয় হওক।"

"আহঁা সুন্দৰি,"—বুলি ৰজাই উৰ্ব্বশীক নি তেওঁৰ ওচৰতে বহুৱালে।

চিত্ৰলেখাই ৰজাক সুধিলে,—'বন্ধু, অ'শা বৰোঁ সুখেৰে আছা ?"

ৰজা।—এই মাত্ৰ সুখ আহিছে।

উৰ্ব্বশীয়ে চিত্ৰলেখাক ক'লে—"ৰাণীয়ে মহাৰাজক মোৰ হাতত অৰ্পণ কৰিছে। সেই কাৰণে মই তেওঁৰ লগত বহিছোঁ; তুমি মোক সেইবাবে দোষ দিব নোৱাৰা।"

বিদূ।--অ'! তেনেহলে তোমালোকৰ বেলি ইয়াতে হে মাৰ গৈছে!

ৰজা।—যদি ৰাণীৰ অনুমতি পোৱাতহে এই দেহ স্পৰ্শ কৰিছা, তেন্তে মোৰ মন চুৰ কৰিছিলা কাৰ অনুমতি লৈ।

চিত্ৰ।—তেও' তাৰ কি উত্তৰ দিব! এতিয়া মোৰ

কথা শুনক,—বসন্তৰ অন্তত গ্ৰীষ্ম কাল ডোখৰত মই সূৰ্য্যৰ সেৱাত নিযুক্ত থাকিব লাগিব। সেই কাৰণে মোৰ সখীয়ে যাতে ইয়াত থাকি স্বৰ্গৰ কথা সুৱঁৰিব লগত নপৰে, তেনে ভাবে চলিব বুলি প্ৰাৰ্থনা জনালোঁ।"

বিদূ —স্বৰ্গৰ কথা সুৱঁৰিব কিয হে। তাত নো কি ভাল আছে। নাই খাবলৈ, নাই পিবলৈ। থকাৰ ভিতৰত চকু নিপিৰিকোৱা মাছ কেইটামান।

ৰজা।—স্বৰ্গৰ সুখ কোনে পাহৰাব পাৰে। তথাপি ইয়াকে ক'ব পাৰোঁ যে পুৰুৰৱা একমাত্ৰ তেওঁৰেই দাস হৈ থাকিব।

তেতিয়াই চিত্ৰলেখাই উৰ্ব্বশীক আলিঙ্গন আৰু ৰজাক প্ৰণাম কৰি বিদায় ল'লে। যাবৰ সময়ত উৰ্ব্বশীয়ে ক'লে,—"সখি. মোলৈ নাপাহৰিবা।"

মনৰ আনন্দত ৰজাই ক'লে,—"আজি উৰ্ব্বশীক লাভ কৰি মই যেনে সুখী হৈছোঁ, সামন্ত ৰজাসকলৰ মুকুটৰ মণিৰে চৰণ ৰঞ্জিত কৰিও তেনে সুখী হোৱা নাছিলোঁ।"

তাৰ পাচত উৰ্ব্বশীৰ হাতত ধৰি ক'লে,—"অভিলাষ অপূৰ্ণ থাকোঁতে চন্দ্ৰৰ ৰশ্মি আৰু মদনৰ শৰে দহি-পুৰি মাৰিছিল; এতিয়া সি পূৰ্ণ হোৱাত সেইবিলাকৰ প্ৰভাবো ওলোটা হৈ পৰিল। এতিয়া সেইবিলাকেই শান্তিৰ আকৰ।"

উর্ব্বশী।—মোৰ আগমনত বিলম্ব হোৱাৰ বাবে ময়েই অপৰাধিনী।

ৰজা।—নহয়। তাপত জুৰুলা হোৱা মানুহে গছৰ ছাঁত যেনেকৈ বেচি শান্তি পায়, তেনেকৈয়ে দুখৰ পাচত পোৱা সুখ বেচি মধুৰ হয়।

এনেতে বিদূষকে ক'লে,—"ৰাতি আৰু বেচি নাই। এতিয়া ভিতৰলৈ যোৱাহে ভাল।"

ৰজা যাবলৈ ওলাই ক'লে,—'মনোৰথ সিদ্ধিৰ আগত্তে মোৰ ৰাতি নাযায় নুপুৱায় যেন লাগিছিল; এতিয়াও যদি সি সিমান দীঘল হৈয়েই থাকিলহেঁতেন!"

তাৰ পিচত বিদূষকক আগত লৈ ৰজা আৰু উৰ্ব্বশী তাৰ পৰা নামি আহিল।

---

(৪)

উর্ব্বশীক পাই মহাৰাজ পুৰুৰবাৰ আনন্দৰ পাৰ নোহোৱা হ'ল। কিন্তু সেই আনন্দৰ মাজতো এটা কথাত তেওঁ অশান্তি ভোগ কৰিবলৈ ধৰিলে। নিয়মমতে ৰাজকাৰ্য্য সম্পাদন কৰি তেওঁ যি খিনি সময় পায়, উর্ব্বশীৰ লগত আমোদ প্ৰমোদেৰে কটাবলৈ সেই খিনি

সময়ে নাটে। শেষত তেওঁ ৰাজ্য পৰিচালনাৰ ভাৰ মন্ত্ৰীৰ কান্ধত দি কিছুকালৰ নিমিত্তে উৰ্ব্বশীৰ সৈতে গন্ধমাদনত বিহাৰ কৰিবলৈ গ'ল।

গন্ধমাদন আৰু তাৰ কাষৰে পাঁজৰে থকা মনোৰম ঠাই বিলাকত উৰ্ব্বশীৰে সৈতে বিহাৰ কৰি ৰজাই স্বৰ্গ-সুখ অনুভৱ কৰিবলৈ ধৰিলে। এনেকৈয়ে বহুত দিন গ'ল। এনেতে এদিন পুৰুৰবাই মন্দাকিনীৰ বালিত ছোৱালী এজনীক খেলি থকা দেখিলে। ছোৱালীজনী বিদ্যা-ধৰৰ কন্যা, নাম উদয়ৱতী। ছোৱালীজনীৰ ফাললৈ ৰজাই ৰ লাগি চাই থাকিবলৈ ধৰিলে। বহুত পৰ এনেকৈ চাই থকা দেখি ৰজাৰ প্ৰতি উৰ্ব্বশীৰ সন্দেহ জন্মিল আৰু খঙত জ্বলি উঠিল। ৰজাই নানা প্ৰকাৰে বৰাই বুজাই কাকূতি মিনতি কৰিও তেওঁক শান্ত কৰিব নোৱাৰিলে। শেষত খঙৰ বেগত তেওঁ ৰজাৰ ওচৰৰ পৰা উচাট মাৰি গুচি গ'ল। গ'ল যে গ'লেই, হঠাৎ অদৃশ্য হ'ল। ৰজাই একো বুজিব নোৱাৰিলে। তেওঁৰ হৃদয় ভাগি গ'ল; চকুৰে ধোঁৱা-কোৱা দেখিবলৈ ধৰিলে; উধাতু খাই চাৰিওপিনে বিচাৰিবলৈ ধৰিলে; কিন্তু উৰ্ব্বশী নাই। হঠাৎ কলৈ গ'ল, কি হ'ল, তেওঁ একোকে বুজিব নোৱাৰিলে। এনেকৈ বিচাৰি ফুৰোঁতে ফুৰোঁতে তেওঁৰ মনৰ ঠিক নোহোৱা হ'ল। এতিয়া তেওঁ প্ৰায় উন্মাদ। এবাৰ তেওঁ দৈত্য এটাই উৰ্ব্বশীক লৈ যোৱা আৰু

তেওঁলৈ শৰ মৰা দেখি দৈত্যক বধিবলৈ ধনুত শৰ ৰিলে। এনেতে তেওঁৰ জ্ঞান আহিল। তেতিয়া বুজিলে ক দৈত্য বুলি ভাবিছিল সি এচপৰা ডাৱৰহে। তেওঁ জুলীকেই উৰ্ব্বশী বুলি আৰু ৰবমুণৰ টোপালবোৰকে শৰ বুলি ভাবিছিল।

ৰজাই কৰবাত উৰ্ব্বশীৰ ভৰিৰ খোজ নাইবা আন কিবা চিন দেখা পায় বুলি বৰ সতৰ্কভাৱে চাই ফুৰিলে, কিন্তু একো নাপালে। শেহত বলিয়াৰ দৰে যিহকে দেখে তাকে উৰ্ব্বশীৰ বাতৰি সুধিবলৈ ধৰিলে, ম'ৰা, কুলি, হাঁহ, চাকৈ-চকোৱা, মৌ-মাখি, হাতী, হৰিণ যিহকে দেখক ৰজাই ভাবে নিশ্চয় সিহঁতে উৰ্ব্বশীৰ বাতৰি দিব পাৰিব, কিয়নো তেনে ৰূপ দেখি তালৈ মনোযোগ নিদিয়াকৈ কোনো থাকিব নোৱাৰে। কিন্তু তেওঁৰ প্ৰশ্নৰ উত্তৰ কোনেও নিদিয়ে। পৰ্ব্বতত প্ৰতিধ্বনি শুনি লৰি যায়, কিন্তু পিচত বুজে সি প্ৰতাৰণা; নৈৰ কুলকুলনি শুনি উৰ্ব্বশীৰ নেপুৰৰ ধ্বনি বুলি খেদি গৈ হতাশ হয়। আকৌ এক্কোবাৰ ভাবে কিজানিবা উৰ্ব্বশীয়েই নৈত পৰিণত হৈছে।

এজাক ৰবমুণ আনিছিল। ৰজাৰ কিন্তু তালৈ ভ্ৰূক্ষেপ নাই। তেওঁ অনবৰত ঘূৰিয়েই ফুৰিছে। এনেতে এটা গহ্বৰত কিবা এটা জুইৰ দৰে জিলিকি থকা ৰজাৰ চকুত পৰিল। প্ৰথমেই তেওঁ হৰিণৰ মজুহ নাইবা জুই বুলি

আবিছিল, কিন্তু পিচত দেখিলে সি ছবিণৰ মঙহ নহয়; জুয়ো হব নোৱাৰে, কাৰণ অলপ আগতে মাথোন বৰষুণ আনিছিল। শেহত তেওঁ ভাব ওচৰ চাপি গ'ল. তেতিয়া বুজিলে সি ৰঙা অশোকৰ থোপাৰ নিচিনা এটা উজ্জ্বল মণি। তেওঁ মণিটো তুলি লব খুজিলে, এনেতে তেওঁৰ মনত খেলালে:— "এই মণি মন্দাৰ ফুলৰ সুগন্ধেৰে সুবাসিত প্ৰিয়াৰ কেশৰ হে উপযুক্ত। কিন্তু তেওঁকেই যেতিয়া নাপালোঁ, মোৰ চকু-লোৰে কলুষিত কৰিবলৈ ইয়াক নিওঁ কিয়?"

হঠাৎ কোনোবাই কোৱা শুনা গ'ল,—"লোৱঁ। ৰজা, লোৱঁ। এই মণিৰ নাম সঙ্গমনীয়, ইয়াৰ উৎপত্তি হৈছে পাৰ্ব্বতীৰ চৰণ ৰাগৰ পৰা। ইয়াক ধাৰণ কৰিলে প্ৰিয়জনৰ লগত মিলন হয়।"

ৰজাই কেইওফাললৈ চাই নিলগত এটা হৰিণ দেখিলে। তেওঁ ভাবিলে নিশ্চয় এওঁ মৃগৰূপী মুনি, তেওঁৰ দুখ দেখি এই অনুগ্ৰহ দেখুৱাইছে। ৰজাই তেতিয়া মণিটো হাতত লৈ ক'লে,—"মণি, তই যদি মোক প্ৰিয়াৰ লগত মিলাব পাৰ তেন্তে সদাশিৱই চন্দ্ৰক শিৰৰ অলঙ্কাৰ কৰাৰ দৰে তোকো মোৰ শিৰোমণি কৰিম।"

মণিটো লৈ ৰজা আকৌ বনৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিলে। এইদৰে ঘূৰোঁতে এবাৰ এজোপা লতাত তেওঁৰ চকু পৰিল। লতাডালত ফুল নাছিল, সেই কাৰণে

কোনো মৌ-মাখি নচপাত সাৰ সঁহাৰিও নাছিল ; অলপ আগতে পৰা বৰষুণৰ পানী পাতবোৰৰ পৰা বৈ আছিল। লতাডাল দেখি ৰজাৰ মনত এনেহে লাগিল যেন উৰ্ব্বশীয়েই লতাত পৰিণত হৈ, অলঙ্কাৰ পাতি সোলোকাই, ৰজাক অপমান কৰাৰ বাবে অনুতাপত তলমূৰ হৈ নীৰৱে চকু-লো টুকিছে। ৰজাই লতাডাল সাবটি ধৰি উৰ্ব্বশীৰ স্পৰ্শ-সুখ অনুভৱ কৰিলে। চকু মেলিলে জানোচা এই সুখ আঁতৰ হয় ইয়াকে ভাবি তেওঁ কিছু পৰ চকু মুদাতে ৰ'ল।

কিছু সময়ৰ পাচত যেতিয়া ৰজাই চকু মেলিলে, তেতিয়া তেওঁ দেখি আচৰিত মানিলে,—সঁচাকৈয়ে তেওঁৰ বাহুবন্ধনত উৰ্ব্বশী।

উৰ্ব্বশীয়ে চকু-লো টুকি ক'লে,—"মহাৰাজৰ জয় হওক।"

ৰজা।—প্ৰিয়ে, মৰা মানুহে জ্ঞান পোৱাৰ দৰে, বিৰহৰ অন্ধকাৰত ডুবি থকাৰ পাচত ভাগ্যৰ বলত আজি তোমাক ঘূৰাই পালোঁ।

উৰ্ব্বশী।—যদিও মোৰ জ্ঞান লুকাই আছিল তথাপি মই মহাৰাজৰ সকলো কাৰ্য্য লক্ষ্য কৰিছোঁ।

ৰজা।—তাৰ মানে?

উৰ্ব্বশী।—বুজাই দিম। কিন্তু তাৰ আগতে কোপৰ

বশ হৈ মই মহাৰাজক যি কষ্ট দিলোঁ তাৰ বাবে ক্ষমা বিচাৰোঁ।

ৰজা।—তোমাক পালোঁ যেতিয়া মোক আৰু বেলেগে প্ৰসন্ন কৰিব নালাগে। মাত্ৰ কোৱাঁ, মোক এনেভাবে এৰি কেনেকৈ লুকাই আছিলা?

উৰ্ব্বশী।—মহাৰাজ, আপুনি জানে কুমাৰ কাৰ্ত্তিক চিৰকুমাৰব্ৰতী। তেওঁ গন্ধমাদনৰ কাষত থকা এই বনত বাস কৰে। ইয়াৰ নাম অকলুষ। তেওঁ এই নিয়ম কৰিছে যে ইয়াত কোনো তিৰুতা সোমাব নোৱাৰে; যদি কোনো কাৰণত কোনোবা সোমায় তেন্তে তৎক্ষণাৎ লতাত পৰিণত হ'ব। গৌৰীৰ চৰণ-ৰাগৰ পৰা হোৱা মণি নহ'লে তেনে তিৰুতাই আন কোনো উপায়েৰে মুক্তি নাপায়। মই গুৰুৰ শাপত এই কথা পাহৰি আৰু মহাৰাজৰ অনুনয়-বিনয় অৱহেলা কৰি ঘপ কৰে এই কুমাৰ বনত সোমালোঁ আৰু ততালিকে বাসন্তী লতাত পৰিণত হলোঁ।"

তেতিয়া ৰজাই উৰ্ব্বশীক তেওঁৰ মণিটো দেখুৱাই ক'লে—"এই মণিৰ বলতেই মই তোমাক ঘুৰাই পালোঁ।"

মণিটো চাই উৰ্ব্বশীয়ে ক'লে,—"এইটো সঙ্গমনীয় মণি। ইয়াৰ কাৰণেই মহাৰাজে মোক আলিঙ্গন কৰা মাত্ৰেই মই আকৌ আগৰ আকৃতি পালোঁ।

উৰ্ব্বশীয়ে তেতিয়া মণিটো লৈ যুৰত পিন্ধিলে। মণিৰ

সৌন্দর্য্যত উর্ব্বশীৰ ৰূপ ৰাতিপুৱাৰ ৰঙা পদুমৰ দৰে উজ্জ্বল হৈ উঠিল; পুৰুৰবাই একেথাৰে চাই থাকিবলৈ ধৰিলে।

সেই দিনাই বন বিহাৰ শেষ কৰি পুৰুৰবা উৰ্ব্বশীৰে সৈতে ৰাজধানীলৈ উলটিল।

(৫)

মহাৰাজ পুৰুৰবাই উর্ব্বশীৰে সৈতে নানা দেৱবনত বিহাৰ শেষ কৰি আকৌ ৰাজ্যভাৰ গ্ৰহণ কৰিলে। ৰজাৰ আগমনত সকলো প্ৰজা সুখী হ'ল। ৰজাৰ মনতো এতিয়া সকলো প্ৰকাৰে শান্তি। এটি মাত্ৰ অশান্তিৰ কাৰণ এয়ে যে ৰজাৰ এতিয়ালৈকে কোনো সন্তান নাই!

ৰজাই তিথিবিশেষত ৰাণী সকলৰে সৈতে গঙ্গা আৰু যমুনাৰ সঙ্গমস্থলত স্নান কৰে। আজিও তেওঁ স্নান কৰি আহিল। সঙ্গমনীয় মণিটো ৰজাই এতিয়াও এৰা নাই। তেওঁলোকৰ স্নানৰ সময়ত মণিটো তাল পাতৰ পাত্ৰ এটাত ভৰাই পাটৰ কাপোৰেৰে ঢাকি লৈ থকাৰ ভাৰ পৰিছিল এজনী পৰিচাৰিকাৰ গাত। লিগিৰীয়ে তেনেকৈ লৈ আছে; এনেতে ক'ৰবাৰ পৰা শগুন এটা আহি, বোধ কৰোঁ মাংসৰ টুকুৰা বুলি ভাবি মণিটো থাপ মাৰি লৈ উৰি গ'ল। লিগিৰীয়ে চিঞৰাত ৰজা খেদি আহিল, লগে লগে আন

আন মানুহো চাপিল। তেতিয়া শগুনটো বহুত ওপৰলৈ ঘূৰি ঘূৰি উঠিছিল; ওপৰলৈ উৰাত মণিৰ ৰশ্মিয়ে আকাশত সুবৰ্ণ-বলয় ৰচনা কৰিছিল।

ৰজাই যৱনীক ধনু শৰ আনিবলৈ ক'লে, কিন্তু ধনু-শৰ আহি পায় মানে চৰাইটো উৰি উৰি চকুৰে নেদেখা হ'ল। ৰজাই তেতিয়া কঞ্চুকীক ক'লে,—"তুমি নাগৰিকক চৰাইটো বিচাৰিবলৈ কোৱাঁগৈ। সি নিশ্চয় তাৰ বাহলৈ যাব, তাৰ বাহ ক'ত আছে তাক বিচাৰি উলিয়াব লাগে।

কঞ্চুকী যোৱাৰ পাচত ৰজাই বিদূষকক ক'লে,—"যেই সেই মণি হোৱা হ'লে মই সিমান চিন্তা নকৰোঁ। এই মণিটো মোৰ অতি প্ৰিয়, কিয়নো প্ৰিয়াৰ লগত ইয়েই মোৰ মিলন ঘটালে।"

অলপ পাচতে কঞ্চুকী ঘূৰি আহিল। তেওঁৰ হাতত এপাট কাঁড় আৰু হেৰোৱা মণিটো। কঞ্চুকীয়ে ক'লে,-"মহাৰাজ, শগুনটো সেই তাতে ওপৰৰ পৰা সৰি পৰিল। তাৰ গাত এই পাট কাঁড়, ঠোঁটত এই মণিটো। এই মণিটো ধোৱাই কাঁড়পাটেৰে সৈতে লৈ আহিছোঁ।

ৰজাই মণিটো অগ্নিত শোধন কৰি পেৰাত ভৰাই থবলৈ কিৰাতীক আদেশ কৰিলে। তাৰ পাচত কঞ্চুকীক সুধিলে,—"কাঁড়পাট কাৰ ক'ব পাৰা নে?

কঞ্চুকী।— কাঁড়ত কিবা লিখা আছে, মই ভালকৈ নমনো। তেতিয়া ৰজাই কাঁড়পাট লৈ পঢ়িলে,—

কাঁড়ৰ পৰাকী ঐল ( ইলাৰ পুত্ৰ পুৰুৰৱা ) আৰু উৰ্ব্বশীৰ পুত্ৰ আয়ু।

ৰজাৰ ল'ৰা নাই বুলিয়েই সকলোৰে বিশ্বাস আছিল, আন কি ৰজাৰো। এই সংবাদত সকলোৰে হৰিষ মিলিল; বিদূষকে ৰজাক অভিনন্দন জনালে। ৰজাই কিন্তু নিজেই একো ঠাৱৰাব নোৱাৰিলে। নৈমিষাৰণ্যত যজ্ঞ কৰা দিনকেইটা মাথোন উৰ্ব্বশীৰে সৈতে তেওঁৰ এৰাএৰি হৈছিল; তাৰ বাহিৰে আন সকলো সময়তে দুয়ো একে-লগে আছিল। তেওঁ যে গৰ্ভৱতী হৈছিল তাকো ৰজাই ক'ব নোৱাৰে। অৱশ্যে অলপ দিন তেওঁৰ মুখখন শেঁতা দেখিছিল, চকুৰ জ্যোতিও অলপ ম্লান হৈছিল। তথাপি ইয়াৰ পৰাই তেওঁ লৰাৰ মাক হ'ল বুলি সাব্যস্ত কৰা স্বাভাৱিক যেন নালাগে।

বিদূষকে ক'লে,--'অপেচৰাৰ গাত সকলোবোৰ নাৰীৰ লক্ষণ দেখিবলৈ পাবা বুলি নাভাবিবাচোন।"

ৰজা।—বাৰু সেয়ে হ'ল, মোৰ পৰা লুকুৱাই ৰাখিবৰ তেওঁৰ কি প্ৰয়োজন আছিল?

বিদূ।—অপেচৰাৰ কাৰ্য্যত কি ৰহস্য থাকে তাক কোনে জানে!

কাঁড়পাট ৰজাৰ হাতত দিয়েই কঞ্চুকী ওলাই গৈছিল। এতিয়া আকৌ আহি ৰজাক বাত্তৰি দিলে,—

"চ্যবন মুনিৰ আশ্ৰমৰ পৰা লগত ল'ৰা এটা লৈ এগৰাকী তাপসী আহিছে।"

ৰজা।—লৈ আহাঁ।

কঞ্চুকীয়ে তেতিয়াই তেওঁলোকক ৰজাৰ ওচৰলৈ আগ বঢ়াই আনিলে।

ল'ৰাটো আকৃতিত ৰজাৰ অনুৰূপ। বিদূষকে ল'ৰাটো দেখি ৰজাক ক'লে,—"কাঁড়ডালত নাম লিখা ক্ষত্ৰিয় কুমাৰ এয়েঁই নহয় নে?

ৰজা।—হ'ব পাৰে। কিয়নো এওঁক দেখি মোৰ আনন্দৰ চকু-লো ওলাই আহিছে, হৃদয়ত বাৎসল্যৰ উদ্ৰেক হৈছে, মনত পৰম আনন্দ মিলিছে। এওঁক বুকত সুমাই লবলৈ মোৰ হাবিয়াস জন্মিছে।

তাপসী আহিয়েই ৰজাক আশীৰ্ব্বাদ দি ল'ৰাটোক ক'লে,—"বাছা, পিতাৰাক প্ৰণাম কৰাঁ।"

ল'ৰাটোৱে ৰজাক সেৱা কৰিলে। ৰজাই আশীৰ্ব্বাদ দিলে,—"আয়ুস্মান হোৱাঁ।"

ল'ৰাটোৱে মনে* মনে ভাবিলে,—"এওঁক মোৰ পিতা বোলা শুনিয়েই মোৰ মনত কেনে প্ৰীতি ভাবৰ সঞ্চাৰ হৈছে। যিবিলাকক পিতাকে কোলাত লৈ মৰম কৰে, তেওঁলোকৰ স্নেহ কেনেকুৱা চাগৈ!"

তাপসীয়ে ৰজাক ক'লে,—"শুনক মহাৰাজ, এই দীৰ্ঘায়ু আয়ুক ওপজা মাত্ৰেই উৰ্ব্বশীয়ে কিবা বিশেষ

কাৰণত মোৰ হাতত অৰ্পণ কৰিছিল। ক্ষত্ৰিয় কুমাৰৰ সকলো লাগতিয়াল জাতকৰ্ম্ম ভাগ্যৱান চ্যৱন মুনিয়ে সম্পন্ন কৰিলে। নিয়মমতে বেদাভ্যাস শেষ কৰাৰ পাচত এওঁক ধনুৰ্ব্বেদ শিক্ষা দিয়া হয়। সকলো বিষয়ত এওঁ কৃতিত্ব অৰ্জ্জন কৰিছে। আজি এওঁ ঋষিকুমাৰসকলেৰে সৈতে সমিধ আৰু ফুল আহৰণ কৰিবলৈ হৈছিল, তাতে হঠাৎ এটা আশ্ৰমৰ নীতিবিৰুদ্ধ কাম কৰি পেলালে। গছ এজোপাৰ ডালত কিবা এটা লৈ বহি থকা শগুন এটা এওঁ কাঁড় মাৰি মাৰিলে। সেই কাৰণে মুনিয়ে আজিয়েই এওঁক প্ৰত্যৰ্পণ কৰিবলৈ মোক আদেশ কৰিছে। এতিয়া মই উৰ্ব্বশীক লগ পাব খোজোঁ।"

ৰজাই তাপসীক বহিবলৈ দিয়াই উৰ্ব্বশীক মাতি আনিবলৈ কঞ্চুকীক পঠিয়ালে আৰু ল'ৰাটো তেওঁৰ ওচৰলৈ মাতিলে। ল'ৰাটো ওচৰলৈ আহি পিতাকৰ ভৰি ছুই সেৱা কৰিলে। ৰজাই ল'ৰাটোক সাবটি ধৰি তেওঁৰ ভৰিখোৱা পীৰাখনতে বহুৱালে। তাৰ পাচত বিদূষকক দেখুৱাই ক'লে,—"এওঁ তোমাৰ পিতৃবন্ধু, প্ৰণাম কৰা।"

ল ৰাটোৱে অলপ সঙ্কোচৰ ভাব দেখুওৱা দেখি বিদূষকে ক'লে,"—মোলৈ ভয় কৰিছা কেলেই? আশ্ৰমত আছিলা যেতিয়া নিশ্চয় তুমি বান্দৰ দেখিছা।"

কুমাৰে হাঁহি হাঁহি বিদূষকক নমস্কাৰ কৰিলে। বিদূষকেও আশীৰ্ব্বাদ দিলে। এনেতে উৰ্ব্বশী আহিল। ৰজাই ল'ৰা এটা ওচৰত ৰহুৱাই মৰম কৰা দেখি প্ৰথমে তেওঁ আচৰিত মানিলে। কিন্তু পিচ মুহূৰ্ত্তে তাপসীক দেখা পাই তেওঁ সকলো বুজিলে, সেইটিয়েই যে তেওঁৰ পুত্ৰ আয়ু তাক বুজিবলৈ বাকী নাথাকিল। তাপসীৰ কথামতে আয়ুৱে উৰ্ব্বশীক সেৱা কৰিলে, উৰ্ব্বশীয়েও পুতেকক হেঁপাহেৰে সাৱটি ধৰিলে।

তাপসীয়ে উৰ্ব্বশীলৈ চাই ক'লে,—"তোমাৰ লৰা এতিয়া ডেকা হ'ল, সেই কাৰণে তোমাৰ স্বামীৰ সম্মুখতে তোমাৰ হাতত গতাই দিলোঁ। এতিয়া মোক বিদায় দিয়া; পলম হ'লে আশ্ৰমৰ কামত ব্যাঘাত জন্মিব।"

উৰ্ব্বশী।—ইমান দিনৰ মূৰত আপোনাক দেখা পায়েই এৰি দিবৰ সমূলি মত যোৱা নাই। তথাপি আপোনাৰ কৰ্ত্তব্যত বাধা দিব নোৱাৰোঁ। মাত্ৰ আকৌ দেখা পাম বুলি আশা ৰাখিলোঁ।

তাপসীক যাবলৈ ওলোৱা দেখি আয়ুও যাবলৈ ওলাল। ৰজাই ক'লে,—"বাছা, মানৱ জীৱনৰ প্ৰথম আশ্ৰম তুমি আশ্ৰমত অতিবাহিত কৰিলা, এতিয়া দ্বিতীয় আশ্ৰম আৰম্ভ কৰিবৰ সময়।"

তাপসীয়ে আয়ুক পিতৃ-বাক্য পালন কৰিবলৈ

আদেশ কৰিলে। কুমাৰে ক'লে,—"তেনেহলে মোৰ মৰমৰ মণিকণ্ঠক ( ম'ৰা চৰাই ) পঠিয়াই দিব।

তাপসী।—বাৰু। এতিয়া মই আহিলোঁ। তোমা-লোকৰ মঙ্গল হওক।

তাপসী গ'লত ৰজাই উৰ্ব্বশীক ক'লে—"পৌলোমী পুত্ৰ জয়ন্তৰ দ্বাৰা পুত্ৰবানসকলৰ ভিতৰত ইন্দ্ৰ যেনে ভাগ্যবান, আজি তোমাৰ গৰ্ভজাত এই সৎপুত্ৰক লাভ কৰি ময়ো নিজক তেনে ভাগ্যবান বুলি ভাবিছোঁ।"

হঠাৎ উৰ্ব্বশীয়ে কান্দিবলৈ ধৰিলে। এনে আনন্দৰ সময়ত উৰ্ব্বশীৰ বিষাদৰ কাৰণ ৰজাই বিচাৰি নাপালে। তেওঁ চকু-লো মচি দি উৰ্ব্বশীক কি হৈছে সুধিলে। উৰ্ব্বশীয়ে ক'লে,—"মহাৰাজ, যদিও লৰাৰ মুখ দেখি প্ৰথমে আনন্দতে পাহৰি গৈছিলোঁ, এতিয়া দেবেন্দ্ৰৰ নাম উল্লেখ কৰাত মনত পৰিছে যে মোৰ স্বৰ্গলৈ উলটি যাবৰ সময় হ'ল। যেতিয়া মোৰ মন আপোনাৰ প্ৰতি আকৃষ্ট হৈছিল, তেতিয়াই ইন্দ্ৰই মোক আপোনাৰ ওচৰলৈ এই বুলি আদেশ দি পঠাইছিল।—"যেতিয়াই মোৰ প্ৰিয়বন্ধু ৰাজৰ্ষিয়ে পুত্ৰমুখ দেখিব, তেতিয়াই স্বৰ্গলৈ ঘূৰি আহিব লাগিব।" সেইকাৰণেই পুত্ৰৰ জন্ম হোৱাত বিচ্ছেদৰ ভয়ত আপোনাৰ অজ্ঞাতে তেওঁক তাপসী সত্যৱতীৰ হাতত অৰ্পণ কৰিলোঁ। এতিয়া উপযুক্ত হোৱাত তেওঁ আমাৰ দীৰ্ঘায়ু পুত্ৰক আমাৰ হাতত

শোধাই দিলে। লগে লগে মোৰো মহাৰাজৰ লগত এই পূৰ্ব্বত থকা শেষ হ'ল।"

ৰজাৰ মন ব্যাকুল হ'ল। এফালে অপুত্ৰকৰ পুত্ৰ লাভৰ আনন্দ, আনফালে প্ৰিয়তমা পত্নীৰ আসন্ন বিচ্ছেদ ৰজাৰ ধৈৰ্য্য ৰক্ষা কঠিন হৈ পৰিল।

উৰ্ব্বশীয়ে ক'লে,—"মহাৰাজ, মই এতিয়া যাওঁ; মাজে সময়ে অভাগিনীলৈ মনত পেলাব।"

ৰজা।—দেৱতাৰ আদেশ পালিবই লাগিব, কিন্তু তুমি যোৱাৰ পাচত ময়ো আৰু ইয়াত নাথাকোঁ। লৰাক ৰাজ্যভাৰ গতাই দি বনবাসী হম।

তেতিয়াই ৰজাই আয়ুৰ অভিষেকৰ নিমিত্তে আয়োজন কৰিবলৈ মন্ত্ৰীক আদেশ কৰিলে। আয়ুৱে নিজৰ অক্ষমতালৈ আঙুলিয়াই যদিও প্ৰতিবাদ কৰিছিল তথাপি ৰজাই তেওঁৰ সঙ্কল্প নেৰিলে।

হঠাৎ আকাশত বিজুলীৰ চিকমিকনি দেখা গ'ল। সকলোৰে চকু সেই ফাললৈ গ'ল কোনেও ক'তো ডাৱৰৰ চিন নেদেখিলে, কিন্তু বিজুলীৰ নিচিনা পোহৰে আকাশ পোহৰাই অহা সকলোৰে চকুত পৰিল। পোহৰ লাহে লাহে তেওঁলোকৰ ফাললৈকে আহিল আৰু অলপ পিচতে সেই পোহৰৰ মাজত দেবৰ্ষি নাৰদ সকলোৰে দৃষ্টিগোচৰ হ'ল। নাৰদক দেখি সকলোৱে ভক্তিৰে সৈতে সেৱা-সৎকাৰ কৰি আসন আগ বঢ়াই দিলে।

নাৰদেও সকলোকে আশীৰ্ব্বাদ কৰি আসন গ্ৰহণ কৰিলে। তাৰ পাচত ৰজালৈ চাই ক'লে,—"মহাৰাজ উৰ্ব্বশী গ'লে আপুনিও সিংহাসন এৰি বনবাসী হবলৈ স্থিৰ কৰাৰ কথা ইন্দ্ৰই তেওঁৰ দৈবিক শক্তিৰ প্ৰভাৱত জানিব পাৰিছে। দেৱৰাজে তেনে হোৱাটো সমূলি বাঞ্ছা নকৰে। অলপতে দেৱ-দৈত্যৰ মাজত যে আকৌ এখন যুদ্ধ হ'ব তাত সন্দেহ নাই। সেয়ে হ'লে আপুনি আগৰ দৰেই দেৱতা-সকলক সাহায্য কৰিব লাগিব। ৰণৰ আগন্তুক হোৱাত দেৱৰাজে কোনো মতেই আপোনাক অস্ত্ৰ ত্যাগ কৰি বনবাসী হ'বলৈ এৰি দিব নোৱাৰে। সেই কাৰণে দেৱৰাজে উৰ্ব্বশীক আগেয়ে দিয়া আদেশ তুলি লৈ নতুন আদেশ কৰিছে যে যেতিয়ালৈকে মহাৰাজৰ আয়ু শেষ নহয়, তেতিয়ালৈকে উৰ্ব্বশী স্বৰ্গলৈ যাব নালাগে, আপোনাৰ লগতে থাকিব। অকল সেয়ে নহয়, আয়ুক যুৱৰাজৰূপে অভিষেক কৰিবলৈ লাগতিয়াল সঁজুলিবে সৈতে ৰম্ভাকো মোৰ লগতে পঠিয়াইছে।"

নাৰদৰ কথাই পুৰুৰৱা আৰু উৰ্ব্বশীক নৱজীৱন দান কৰিলে, দুয়োৰে অন্তৰত জ্বলি উঠা আগন্তুক বিচ্ছেদৰ জুই নিৰ্ব্বাপিত কৰিলে।

নাৰদৰ ইঙ্গিতত ৰম্ভাই তত্তালিকে অভিষেকৰ আয়োজন কৰিলে। নাৰদে নিজে আয়ুক স্নান কৰালে। বাকী কাৰ্য্য সম্পাদন কৰিলে ৰম্ভাই।

অভিষেকৰ অন্তত আয়ুৱে সকলোকে সেৱা কৰিলে আৰু সকলোৱে হিয়া উবুৰিয়াই তেওঁক আশীৰ্ব্বাদ দিলে। তাৰ পাচত বৰ মাকক সেৱা কৰাবৰ নিমিত্তে উৰ্ব্বশীয়ে আয়ুক ভিতৰলৈ নিলে।

অলপ আগতে ৰাজ্য জুৰি যি এটা শোকৰ ছাঁ পৰিছিল, দেবেন্দ্ৰৰ অনুগ্ৰহত সি হাঁহিৰ জেউতিত পৰিণত হ'ল। সকলোৰে শোকাৰ্ত্ত হৃদয়ত শান্তিৰ ধাৰ বোৱাই দেৱৰ্ষিয়ে ৰম্ভাৰে সৈতে স্বস্থানলৈ প্ৰস্থান কৰিলে।

সমাপ্ত।

# পৰিচয়।

মহাকবি কালিদাসৰ তিনিখন নাটকৰ ভিতৰত শকুন্তলাই (অভিজ্ঞানশকুন্তলম্) সাৰ্ব্বোৎকৃষ্ট। গোটেই পৃথিবীতে ই সমাদৰ লাভ কৰিছে। ইয়াৰ মূল মহাভাৰত। কিন্তু কবিয়ে মহাভাৰতৰ পৰা ইয়াৰ জকাটোহে লৈছে; ইয়াত প্ৰাণ সঞ্চাৰ কৰিছে তেওঁৰ নিজস্ব কল্পনাৰ সঞ্জীবনী শক্তিৰে। সেয়ে নোহোৱা হ'লে মহাভাৰতৰ এখনি সাধাৰণ চিত্ৰ ইমান উজ্জ্বল হৈ নুঠিলহেঁতেন। প্ৰকৃততে শকুন্তলাৰ মনোহাৰিত্ব কালিদাসৰ কবিত্ব প্ৰতিভাত,— প্ৰকৃতি আৰু মানব-প্ৰকৃতিৰ ৰাসায়নিক সংযোগত। অকল শকুন্তলাতেই জগতৰ সকলো সৌন্দৰ্য্যৰ সমাবেশ।

ইয়াত দিয়া গল্পটো মহাকবিৰ নাটকৰ অনুবাদ নহয়, চমু বিবৰণ মাত্ৰ। সংস্কৃত নজনা লোকসকলেও যাতে শকুন্তলাৰ সৌন্দৰ্য্যৰ কিঞ্চিৎ আভাস পায়, তালৈ লক্ষ্য ৰাখিয়েই ইয়াক ৰচনা কৰা হৈছে। ইতি—

———— ——

# শকুন্তলা।

## ( ১ )

ৰাজৰ্ষি বিশ্বামিত্ৰই দুৰ্ঘোৰ তপস্যা কৰিছিল। একাগ্ৰ সাধনাৰ বলত যে সিদ্ধি লাভ হয়, তাত কোনো সংশয় নাই। বিশ্বামিত্ৰৰো সিদ্ধি লাভৰ আশা দেখা গ'ল। তাকে দেখি ইন্দ্ৰৰ ভয় লাগিল, তেওঁ কেনেকৈ বিশ্বামিত্ৰৰ তপোভঙ্গ কৰিব তাৰ নিমিত্তে যত্নৱান হ'ল। বহুত চেষ্টা কৰিও কৃতকাৰ্য্য হব নোৱাৰি, শেহত তেওঁ মেনকা নামেৰে অপ্সৰা এজনাক বিশ্বামিত্ৰৰ ওচৰলৈ পঠিয়াই দিলে।

তেতিয়া বসন্ত কাল। কুঞ্জত নানা জাতীয় পক্ষীৰ সুললিত সঙ্গীত, গছে গছে নানা বৰণীয়া ফুলৰ জাক-জমক আৰু সেউজীয়া কোমল ঘাঁহৰ ওপৰত সৰা ফুলৰ বিস্তৃত সৌৰভ। সঁচাকৈয়ে সময়টো মন-প্ৰাণ উন্মাদকৰ। এই সুখৰ সময়ত, ভোগ-প্ৰবৃত্তিৰ উত্তেজনাৰ কালত, ভুবন-মোহিনী ৰূপেৰে নানা লাহ-বিলাহেৰে মেনকা আহি বিশ্বামিত্ৰৰ সম্মুখত উপস্থিত হ'ল। সুন্দৰীৰ মায়াজাল ছিঙি যোৱা বৰ উজু কাম নহয়, স্বয়ং ভূতভাৱন মদন-ভস্মকাৰী মহাযোগী মহেশ্বৰো এদিন মোহিনীৰ ৰূপত

মোহিত হৈছিল। বিশ্বামিত্ৰৰ ভাগ্যতো সেয়ে ঘটিল। তেওঁৰ ইমান দিনৰ কঠোৰ সাধনা মুহূৰ্ত্ততে শেষ হ'ল, ... ৰত ব্যাঘাত জন্মিল, কামিনীৰ কমনীয় কান্তিৰ উন্মাদ স্পৰ্শত তেওঁৰ অস্থিৰ হিয়াৰ পৰা সিদ্ধি লাভৰ আশা তিৰোহিত হ'ল।

এই মিলনৰ ফলত মেনকাৰ এটি কন্যা জন্মিল। মেনকাই তপোবনৰ মাজতে ছোৱালীটী এৰি গুচি গ'ল, বিশ্বামিত্ৰয়ো তাইৰ কোনো খবৰ নল'লে। তপস্বীয়া মহৰ্ষি কণ্বই হাবিত ফল মূল বিচাৰি ষাওঁতে, হঠাৎ ছোৱালীটী তেওঁৰ চকুত পৰিল। তেতিয়া বৰ ৰ'দ, কিন্তু ছোৱালীটীৰ গাত গছৰ ওপৰত ডোকা মেলি বহি থকা চৰাই এটাৰ ছাঁ পৰি আছিল। কণ্বই শিশুটি কোলাত লৈ আশ্ৰমলৈ লৈ আহিল আৰু চৰাইৰ দ্বাৰা ৰক্ষিতা হোৱাৰ কাৰণে নাম ৰাখিলে শকুন্তলা *।

( ২ )

শকুন্তলা কণ্বৰ আশ্ৰমতে ডাঙৰ-দীঘল হ'ল আৰু লাহে লাহে যৌৱনত পদাৰ্পণ কৰিলে। যদিও তেওঁৰ বসন-ভূষণ গছৰ ছাল মাথোন, তথাপি তেওঁৰ সৌন্দৰ্য্যত মুগ্ধ নহৈ কোনো থাকিব নোৱাৰিছিল। ফুলনিৰ মাজত

---

* শকুন্তলা—শকুন্ত=চৰাই, লা—দিয়া।

আলবালত পানী দি ফুৰোঁতে সঁচাকৈয়ে তেওঁক নিভাঁজ স্বাভাবিক সৌন্দৰ্য্যৰ সজীৱ মূৰ্ত্তি বুলি ভ্রম হৈছিল। অপ্সৰাৰ কন্যা, মুনিৰ পালিতা, কঠোৰ ব্ৰহ্মচৰ্য্যৰ মাজত বৰ্দ্ধিতা শকুন্তলাত কঠিনতা আৰু কোমলতাৰ পূৰ্ণ মিলন। গৃহ-কাৰ্য্যতো তেওঁ ইমান অভিজ্ঞ যে কণ্ব আশ্রমৰ পৰা ফেতিয়াবা আঁতৰি গলে অতিথি-শুশ্রূষাৰ ভাৰো তেওঁৰ ওপৰতে পৰে। পূৰ্ণযৌৱনা হলেও মুনিহ-তিৰুতা সকলোৰে লগত মিলিবলৈ শকুন্তলাৰ আপত্তি বা বাধা নাছিল; কাৰণ আপোন ভালেই জগৎ ভাল।

( ৩ )

এদিন পৌৰব ৰজা দুষ্যন্ত মৃগয়া কৰিবলৈ আহি কণ্বৰ আশ্রম ধৰ্ম্মাৰণ্যৰ ওচৰ চাপিল; কিন্তু তেওঁ যে আশ্রমৰ ওচৰ চাপিছে, সেইটো তেতিয়াও বুজিব পৰা নাছিল। তেওঁৰ লগত অছা ৰথ-ৰথী, হাতী-ঘোঁৰা, সৈন্য-সেনাপতি আদিয়ে এক তুমুল ৰোল তুলিছিল। তেওঁ-লোকে ম'হ, বৰা, হৰিণ আদি মাৰি, ৰান্ধি বাঢ়ি তিনিভেলনি মাৰি খাই সকলো সময়তে মৃগয়াত ব্যস্ত আছিল। এনেকৈ বনে বনে ফুৰোঁতেই দুষ্যন্তই এটা হৰিণা দেখা পালে। সুন্দৰ খেপেনীয়া শিং, দীঘলীয়া চকু, থিয় কাণ, আৰু লোদোৰ-পোদোৰ নিমজ গাটোৰে

সৈতে যদিও হৰিণাটো বেথা লগা, তথাপি তেওঁ তাক মাৰিবলৈ ধনুখন তুলি ল'লে। হৰিণাটোৱে প্ৰথমে একেৰাহে চাই আছিল, কিন্তু পিচত ৰথৰ শব্দ শুনি আৰু ধনুখন দেখি ভয় খাই লৰ মাৰিলে। দুষ্যন্তই তেতিয়া তাৰ অনুসৰণ কৰিলে আৰু মাৰিবলৈ ধনুত শৰ জুৰিলে। এনেতে দুয়ো হাত দাঙি তপস্বী একজন মাজত সোমাই চিঞৰিবলৈ ধৰিলে—"মহাৰাজ, নামাৰিব, নামাৰিব, এইটো আশ্ৰমৰ পহু।"

ৰজা থৰ হ'ল। চাৰিওফালে চাই দেখিলে সঁচাকৈয়ে সেইখন আশ্ৰম। তাত গছবিলাকত ঋষিসকলৰ বল্কল ওলমি আছে, আৰু শিলবিলাকত ইঙ্গুদী তেল পিহি উলিওৱাৰ চিন বৈ আছে। তেওঁ তপস্বীক আশ্ৰমৰ আঁতি গুৰি সুধিলে। তপস্বীয়ে কলে,—"এইখন কুলপতি কণ্বৰ আশ্ৰম। তেওঁ সম্প্ৰতি ইয়াত নাই, সোমতীৰ্থলৈ গৈছে। অতিথি-সৎকাৰৰ ভাৰ এতিয়া তেওঁৰ কন্যা শকুন্তলাৰ ওপৰত। আপুনি এবাৰ আশ্ৰমলৈ গৈ আশ্ৰমবাসীক সন্তোষ দিব বুলি আশা কৰিলোঁ।"

এই দৰে কৈ তপস্বীজন গুচি গ'ল। দুষ্যন্ত তেতিয়া ৰথৰ পৰা নামি বিনীত বেশেৰে পুণ্যাশ্ৰম দৰ্শণ কৰিবলৈ ওলাল।

——০:০——

( ৪ )

মহৰ্ষি কণ্বৰ আশ্ৰম মালিনী নৈৰ পাৰত। দূৰত হিমালয়ৰ বৰফেৰে ঢকা টিং, তাৰ তলত ক্ৰমশঃ তললৈ নামি অহা পৰ্ব্বতৰ খাপ আৰু তাৰ তলত চাকৈ-চকোৱা আৰু ৰাজহাঁহেৰে ভৰা মালিনীৰ তীৰত গছ, লতা, কুঞ্জ আৰু উপবনৰ মাজত ঋষিসকলৰ পৰ্ণ-কুটীৰ। মালিনী নৈৰ পাৰতে এখন বৰ সুন্দৰ উপবন, এইখন কণ্ব আৰু শকুন্তলাৰ বৰ আদৰৰ। শকুন্তলাই গছপুলিবিলাকত দিনৌ পানী দিয়ে, তেওঁৰ সখীয়েক প্ৰিয়ম্বদা আৰু অনসূয়াই তেওঁক এই কাৰ্য্যত সাহায্য কৰে।

দুষ্যন্ত লাহে লাহে গৈ এই আশ্ৰমত সোমাল। তেতিয়া তেওঁৰ মনত বৰ ৰং লাগিল; আশ্ৰমৰ নিস্তব্ধতাই তেওঁৰ মনলৈ এটি পবিত্ৰতাৰ ধাৰা নমাই আনিলে। কিন্তু হঠাৎ তেওঁৰ দক্ষিণ বাহু ঘনে ঘনে স্পন্দিত হবলৈ ধৰিলে। ই যে স্ত্ৰী-লাভৰ সূচনা। আশ্ৰমত এনে কাৰ্য্য কেনেকৈ সম্ভৱ হব। অথবা হ'ব লগীয়াটো য'তে ত'তেই হয় নে কি। তেওঁ আচৰিত হৈ গুণিবলৈ ধৰিলে।

হঠাৎ অলপ দূৰতে শুনা গ'ল কামিনীৰ কোমল কণ্ঠস্বৰ,—"এইফালে সখি, এই ফালে।"

সেই স্বৰ শুনি ৰজা চক্ খাই উঠিল আৰু কুঞ্জৰ আঁৰৰ পৰা চাবলৈ ধৰিলে। তেতিয়া তেওঁৰ চকুত পৰিল

সমান বয়সীয়া তিনিজনা গাভৰু; তাৰে এজনা ৰূপত আন দুজনাতকৈ চৰা। তিনিওৰে মুখত হাঁহি, কথাত ধেমালি আৰু কামত অনুৰাগ চাবলগীয়া। তিনিওজনাৰ ভিতৰত আটাইতকৈ সুন্দৰী জনাই শকুন্তলা, বাকী দুজনা তেওঁৰ সখীয়েক অনসূয়া আৰু প্ৰিয়ম্বদা। শকুন্তলাৰ দেহালতা সখীয়েকহঁততকৈ কোমল আৰু বেছি লনী। তেওঁৰ ওঁঠ দুটি নতুনকৈ ওলোৱা কুঁহিপাতৰ দৰে ৰঙচুৱা, বাহু দুটি মোলানৰ দৰে সুগোল, মুখখনি তেজেৰে ফুটি যাওঁ ফুটি যাওঁ হোৱা, মূৰত ক'লা চুলিতাৰিৰ বিমল শোভা আৰু গোটেই শৰীৰ নতুনকৈ ফুলা ফুলৰ দৰে যৌৱন-ৰসেৰে ৰসাল, যেন বিধতাই সকলো সুন্দৰ বস্তুৰে সৌন্দর্য্য লগ লগাই এই নাৰী-ৰত্নৰ সৃষ্টি কৰিছে। বল্কল পৰিধান কৰাতো কলঙ্কত চন্দ্ৰৰ সৌন্দর্য্য বঢ়াদি তেওঁৰ সৌন্দর্য্য বাঢ়ি হে উঠিছে। যি স্বভাৱতে সুন্দৰ তাক নো কিহে দুগুৱাব! দুষ্যন্ত এই ৰূপত মোহ গ'ল। একেবাহে নীৰৱে তাৰ সুধা পান কৰিবলৈ ধৰিলে আৰু তেওঁলোকৰ নিৰ্দ্দোষ মধুৰ আলাপ শুনি আপোন-পাহৰা হ'ল। প্ৰিয়ম্বদা বৰ ৰাংঢালী আছিল, তেওঁ কথাই কথাই শকুন্তলাক জোকাবলৈ ধৰিলে, শকুন্তলায়ো ৰং কৰি তাৰ উত্তৰ দিবলৈ ধৰিলে। কথাবোৰ শুনি দুষ্যন্তৰ বৰ ভাল লাগিল। তেওঁৰ হিয়া কঁপিবলৈ ধৰিলে; ভোক-পিয়াহ কেনিবা পলাল; কোনোমতে হে ধৈৰ্য্য অৱলম্বন কৰিলে।

হঠাৎ ভোমোৰা এটাই ফুলৰ পৰিমলেৰে সুৰভিত শকুন্তলাৰ মুখখনি এটি ফুলা ফুল বুলি ভাবি খেদি আহিল। শকুন্তলাই বহুত চেষ্টা কৰিও তাক আঁতৰাব নোৱাৰিলে। শেহত নিৰুপায় হৈ সখীয়েকহঁতক সাহায্য কৰিবলৈ মাতিলে। সখীয়েকহঁতে ধেমালি কৰি ক'লে,—'আমি কি সাহায্য কৰিম! দুষ্যন্তক মাতাঁ, তপোবন ৰক্ষা কৰা ৰজাৰ হে কাম।"

দুষ্যন্তই দেখিলে বেচ সুযোগ ওলাইছে। তেওঁ সকলো ঘটনা দেখি থাকিও একো নজনাৰ ভাও জুৰি লৰি গৈ ওলাল আৰু ক'বলৈ ধৰিলে,—"দুষ্যন্তই ৰাজ্য শাসন কৰি থাকোঁতেই কাৰ ইমান সাহ যে তপস্বী-কন্যাৰ প্ৰতি অবিনয় আচৰণ কৰে?"

হঠাৎ নভবা ঘটনা ঘটি উঠা দেখি তিনিওজনা অপ্ৰতিভ হ'ল। অনসূয়াই লাহে লাহে ক'লে,—"আপুনি স্থিৰ হওক, আমাৰ কোনো অমঙ্গল ঘটা নাই, মুঠেই ভোমোৰা এটাই হে সখীক অলপ আহুকাল কৰিছিল। আপুনি অতিথি, অনুগ্ৰহ কৰি এই শিলডোখৰতে আসন গ্ৰহণ কৰক, আমি পাদ্য-অৰ্ঘ্য আনি দিওঁ।"

দুষ্যন্তই ক'লে,—"নালাগে অনৰ্থক কষ্ট কৰিব, তোমালোকৰ মধুৰ বচনতেই মোৰ সৎকাৰ হৈছে। এতিয়া তোমালোকেও এখন্তেক বহি জিৰণি লোৱাঁ; এই ব'দত গছৰ গুৰিত পানী দি ফুৰোঁতে তোমালোকৰো ভাগৰ লাগিছে।"

অতিথিক অৱহেলা কৰিব নোৱাৰায়; সেই দেখি তেওঁলোকেও আসন গ্ৰহণ কৰিলে। তেওঁলোকৰ আলাপ পৰিচয হ'ল।

কথা-প্ৰসঙ্গত ৰজাই শকুন্তলাৰ জন্ম-বৃতান্ত জানিব পাৰিলে। লগতে ইয়াকো জানিব পাৰিলে যে উপযুক্ত পাত্ৰত শকুন্তলাক অৰ্পণ কৰাই মহৰ্ষি কণ্বৰ অভিপ্ৰায়। সকলো কথা শুনি ৰজাই ভাবিলে শকুন্তলা তেওঁৰ পক্ষে দুৰ্লভ নহয়। তেওঁৰ মনত আশাৰ সঞ্চাৰ হ'ল। ৰজাক দেখি শকুন্তলাৰ মনতো কামনাৰ বীজ অঙ্কুৰিত হ'ল। তেওঁ ৰজাৰ লগত মুকলি ভাবেৰে কথা পাতিব নোৱাৰিলে; গাল দুখন ৰঙা হৈ উঠিল; তপস্বী কন্যাৰ অনুপযোগী সঙ্কোচত তেওঁৰ মনোভাব ব্যক্ত হৈ পৰিল। এনেতে ৰজাক বিচাৰি অহা সৈন্যবিলাকৰ ভয়ত এটা বনৰীয়া হাতী আহি আশ্ৰমত সোমাল আৰু গছ-গছনি ভাঙি তছিলং কৰি যাবলৈ ধৰিলে। আশ্ৰমত কোঢ়াল লাগিল: পশুবিলাক প্ৰাণ টাকি লৰি পলাবলৈ ধৰিলে।

কোঢ়াল শুনি সখীয়েকহঁতেৰে সৈতে শকুন্তলা ঘৰলৈ যাবলৈ ওলাল, দুষ্মন্তও সৈন্যবিলাকক আশ্ৰমত সোমোৱাৰ পৰা বিৰত কৰিবলৈ যাব খুজিলে।

যাবৰ সময়ত নানা ছল উলিয়াই শকুন্তলাই দুষ্মন্তক ঘূৰি ঘূৰি চাই যাবলৈ ধৰিলে। কেইবাবাৰো দুয়োৰে চাৰি চকুৰ মিলন ঘটিল।

শকুন্তলাক নেদেখা হ'লত ৰজায়ো শিবিৰৰ ফাললৈ খোজ ল'লে। কিন্তু তেওঁৰ শৰীৰটোহে আগলৈ গৈছিল। মনৰ গতি আছিল বতাহৰ বিপৰীত ফাললৈ নিয়া নিচানৰ আগটোৰ দৰে পিচ ফাললৈ।

( ৫ )

আশ্ৰমত দিনচেৰেক থাকি আকৌ শকুন্তলাৰ লগ ধৰিবলৈ দুষ্যন্তৰ প্ৰবল আগ্ৰহ জন্মিল আৰু কেনেকৈ তাৰ সুযোগ উলিয়াব একেৰাহে তাকে ভাবিবলৈ ধৰিলে।

বিদূষকো ৰজাৰ লগত গৈছিল। হাবিত ফুৰি ফুৰি খৰিকা দিয়া মঙহ আৰু গছৰ পাত পচি কেহা হোৱা বিলৰ পানী খাই তেওঁ বৰ বিৰক্ত হৈছিল। তেওঁ বিষত কেঁকোৰা হৈছে বুলি ৰজাক জনাই বিশ্ৰাম ল'ব খুজিলে।

শকুন্তলাক দেখাৰে পৰা ৰজাৰো মৃগয়াৰ প্ৰতি ধাউতি নোহোৱা হৈছিল। সেই কাৰণে তেওঁ ঘপ কৰে বিদূষকৰ প্ৰস্তাব সমৰ্থন কৰিলে আৰু সেনাপতি বৈৱতকক মাতি মৃগয়া বন্ধ কৰিবলৈ আদেশ দিলে।

বিশ্ৰামৰ ব্যৱস্থা কৰি দুষ্যন্তই শকুন্তলাৰ প্ৰতি তেওঁৰ অনুৰাগৰ কথা বিদূষকক জনালে।

বিদূষকে ক'লে,—"খাজুৰিত অৰুচি জন্মিলে যেনেকৈ

কোনো কোনো লোকৰ তেতেলিত ৰুচি জন্মে তোমাৰো তেনেকুৱাই হৈছে। সেইহে অন্তঃপুৰৰ সুন্দৰীসকলক এৰি তপস্বী-কন্যালৈ মন মেলিছা।”

ৰজাই তেতিয়া শকুন্তলাৰ সৌন্দৰ্য্যৰ বৰ্ণনা কৰি তেওঁক লাভ কৰাত সাহায্য কৰিবলৈ বিদূষকক খাটনি ধৰিলে। তেতিয়া কি উপায়েৰে আশ্ৰমত দিনচেৰেক থাকিব পাৰিব তাকেই দুয়ো আলচ কৰিবলৈ লাগিল। এনে সময়তে দুজন ঋষি-কুমাৰ আহি দুষ্যন্তৰ ওচৰত উপস্থিত হ'ল। দুষ্যন্তই তেওঁলোকৰ আগমনৰ কাৰণ জানিব খুজিলত ঋষিকুমাৰে ক'লে,—“মহাৰাজ! কুলপতি কণ্বৰ অনুপস্থিতিৰ সুযোগ লৈ ৰাক্ষসবিলাকে যজ্ঞত বিঘিনি ঘটাইছে। আপুনি দিনচেৰেক ইয়াতে থাকি আশ্ৰমখন ৰাক্ষসৰ উপদ্ৰবৰ পৰা ৰক্ষা কৰক।”

দুষ্যন্তই যি বিচাৰিছিল তাকে পালে। তেওঁ আনন্দ মনেৰে ঋষিকুমাৰৰ অনুৰোধ ৰক্ষা কৰিবলৈ গাত ল'লে। বিশ্ৰামৰ আশাত বিদূষকে পৰম আনন্দ লাভ কৰিছিল, কিন্তু এতিয়া ৰাক্ষসৰ কথা শুনাত তেওঁৰ সেই আনন্দ বিষাদত পৰিণত হ'ল। ৰজাই তেওঁক সান্ত্বনা দিলে।

অলপ পাচতে ৰাজধানীৰ পৰা কটকী এজন আহি দুষ্যন্তক জনালে,—“ৰাজমাৱে চ'ঠাদিনালৈ উপবাসৰ পাৰণ কৰিব। সেইদিনা পুতেকক ওচৰত পাবলৈ আশা কৰি মোক নিমন্ত্ৰণ কৰিবলৈ পঠিয়াইছে।”

কথাটো শুনি ৰজা বিমোৰত পৰিল। আশ্ৰম ৰক্ষা কৰা আৰু ৰাজধানীত উপস্থিত থকা—দুয়োটা কাম একে সময়তে কেনেকৈ সম্ভৱ হ'ব! তেওঁ বিদূষকৰ ওচৰত পৰামৰ্শ বিচাৰিলে। বিদূষকে ক'লে,—"আৰু কি কৰিবা! ত্ৰিশঙ্কুৰ দৰে মাজতে থাকাঁ।"

কিছু সময় চিন্তা কৰি ৰজাই বিদূষকক ক'লে,—বয়স্য! আয়ে তোমাক পুত্ৰ বুলি গ্ৰহণ কৰিছিল। এতেকে মোৰ হৈ তুমিয়েই যোৱাঁ।"

বিদূষকে ক'লে,—"যাব পাৰোঁ, কিন্তু ৰজাৰ ভায়েক যোৱাদি যাবলৈ পাব লাগিব।"

ৰজা।—নিশ্চয়। সৈন্য-সেনাপতি সকলো তোমাৰ লগতে যাব।

বিদূ।—তেন্তে মই যুৱৰাজেই হ'লোঁ। পিচে তুমি আকৌ মই ৰাক্ষসৰ ভয়ত গ'লোঁ বুলি ক'ব নোৱাৰিবা।

তেতিয়া ৰজাই সকলোকে বিদায় দি অকল ৰথ আৰু সাৰথিৰে সৈতে আশ্ৰমৰখীয়া হৈ থাকিল। যাবৰ সময়ত বিদূষকক ক'লে,—"বয়স্য! মই শকুন্তলাৰ বিষয়ে তোমাৰ লগত ধেমালিহে কৰিছিলোঁ, তুমি আকৌ তাকে সঁচা বুলি নল'বা।"

---

(৬)

দুষ্মন্তৰ লগত দেখা হোৱাৰে পৰা শকুন্তলাই তপস্বী কন্যাৰ উপযুক্ত সংযম হেৰুৱাই পেলালে। তেওঁ মনে মনে দুষ্মন্তক আত্ম সমৰ্পণ কৰিলে, কিন্তু ভয় হল, যদি তেওঁ প্ৰতিদান নাপায়, যদি দুষ্মন্তই তেওঁক গ্ৰহণ নকৰে, তেতিয়া কি হ'ব! দাৰুণ চিন্তাত তেওঁৰ শৰীৰ অৱশ হৈ পৰিল। গোটেই গাতে পোৰণি উঠিল। তেওঁ যন্ত্ৰণাত ছটফট কৰিবলৈ ধৰিলে।

সখীয়েকৰ অৱস্থা দেখি অনসূয়া আৰু প্ৰিয়ম্বদাই নানা প্ৰকাৰে শুশ্ৰূষা কৰিবলৈ ধৰিলে, কিন্তু একোতেই শকুন্তলাৰ পোৰণি নকমিল। শেহত দুয়ো মিলি শকুন্তলাক লতাকুঞ্জলৈ লৈ আহিল আৰু এচটা শিলৰ ওপৰত ঠাৰিৰে সৈতে পদুম পাত পাৰি শয্যা ৰচনা কৰি শুৱালে; গাত উশীৰৰ অনুলেপন প্ৰয়োগ কৰিলে। তথাপি পে ৰণিয়ে শাম নাকাটিলে। সখীয়েকহঁতে তেতিয়া বুজিলে শকুন্তলাৰ তাপ বাহিৰৰ নহয়, ভিতৰৰ হে। বিশেষকৈ দুষ্মন্তক দেখা দিনাৰ পৰাই এই পোৰণি হোৱাত দুষ্মন্তৰ লগত ইয়াৰ কিবা সম্বন্ধ থাকিব পাৰে বুলিও তেওঁলোকৰ মনত খেলালে। তেওঁলোকে শকুন্তলাক কুছলিয়াই কুছলিয়াই সুধিবলৈ ধৰিলে। সেই ৰাজৰ্ষিৰ দৰ্শনেই যে এই পোৰণিৰ মূল তাক শকুন্তলাই স্বীকাৰ কৰিলে। দুয়ো

সখীয়েকে আলচ কৰি তেতিয়া শকুন্তলাক দুষ্যন্তৰ উদ্দেশ্যে এটি গীত লিখিবলৈ ক'লে, আৰু লিখা হলে নির্ম্মালিৰ লগতে তাক ৰজাৰ হাতত দিবলৈ স্থিৰ কৰিলে।

কিন্তু লিখে কিহেৰে? তেওঁলোকৰ লগত ভূর্জ্জপত্র বা লেখনী একো নাছিল। শেহত তিনিও আলচ কৰি নখেৰে সৈতে পদুম পাতত লিখাকেই একমাত্র উপায় বুলি স্থিৰ কৰিলে। শকুন্তলাই লিখিলে:—

প্রতি অঙ্গ জুৰি জ্বলে কামনাৰ হুতাশন,
দিন-ৰাতি অবিৰাম পোৰণি দেহাৰ।
যদিওবা বুজা নাই নিষ্ঠুৰ, তোমাৰ মন
তুমি মোৰ এক মাত্র লক্ষ্য কামনাৰ।

দুষ্যন্তৰ অৱস্থাও শকুন্তলাৰ দৰেই। তেওঁ কেতিয়া আকৌ শকুন্তলাক দেখা পাব তাকেই মাথোন দিনে-ৰাতিয়ে চিন্তা কৰিছিল। শেহত তেওঁ আগৰ দৰেই তপোবনলৈ খোজ ল'লে। আন ঠাইত কাকো নেদেখি তেওঁ অনুমানৰ ওপৰত নির্ভৰ কৰি লতা-মণ্ডপৰ কাষ চাপিল আৰু তাতে সখীয়েকহঁতেৰে সৈতে শকুন্তলা থকাৰ গম পালে। তেওঁ তেতিয়া কোনো সহাৰি নলগোৱাকৈ বেতগছৰ আঁৰৰ পৰা তেওঁলোকৰ কথা-বতৰা শুনিবলৈ ধৰিলে। যেতিয়া শকুন্তলাই তেওঁ লিখা গীতটো সখীয়েকহঁতক পঢ়ি শুনালে, তেতিয়া তেওঁ আৰু

আত্ম-গোপন কৰি থাকিব নোৱাৰিলে ঘপ কৰে ওচৰ চাপি ক'লে,—

তাপত তোমাৰ মাত্ৰ অৰসন্ন কায়,
মোৰ কিন্তু দহনত দেহা জ্বলি যায়।
কুমুদিনী হয় মাত্ৰ দিনত মলিন,
শশাঙ্ক হেৰাই যায় হই জ্যোতিহীন।

দুষ্যন্ত এনেভাবে সোমোৱাত দুয়োপক্ষৰেই উদ্দেশ্য সিদ্ধি হ'ল। অনসূয়া আৰু প্ৰিয়ম্বদাই ৰজাৰ হাতত শকুন্তলাক অৰ্পণ কৰাৰ আয়োজন কৰিলে।

ইয়াৰ পাচত দুষ্যন্ত আৰু কেইদিনমান আশ্ৰমতে থাকিল। সেই সময়ৰ ভিতৰতে দুষ্যন্তই গান্ধৰ্ব্বপ্ৰথামতে শকুন্তলাৰ পাণি-গ্ৰহণ কৰিলে।

দুষ্যন্তই প্ৰতিজ্ঞা কৰিলে যে যদি তেওঁলোকৰ মিলনৰ ফলত পুত্ৰ জন্মে, তেন্তে সেই পুত্ৰায়েই তেওঁৰ পিচত সিংহাসনৰ অধিকাৰী হব।

শকুন্তলাক গান্ধৰ্ব্ব নীতিমতে বিবাহ কৰি আৰু আশ্ৰমক ৰাক্ষসৰ হাতৰ পৰা মুক্ত কৰি দুষ্যন্ত ঘৰলৈ উলটিল। বিদায়কালত শকুন্তলাৰ আঙ্গুলীত নিজৰ নাম কটা আঙঠি এটা পিন্ধাই দি দুষ্যন্তই ক'লে,—"প্ৰিয়তমে, তুমি এই আঙঠিৰ আখৰ দিনৌ এটা এটাকৈ

দেখি বাবা, যি দিনাই আখৰৰ অন্ত পৰিব সেই দিনাই তোমাক নিবলৈ মানুহ পাবহি।”

(৭)

দিন যায়, বৈ নাথাকে। সুখৰ দিন তো জনালৰি-কৈয়ে যায়, দুখৰ দিনো যিমানেই দীঘল হওক, নোযো-ৱাকৈ নাথাকে। শকুন্তলাৰ মন-প্ৰাণ এতিয়া দুষ্মন্তৰ লগত। কেতিয়া নিৰ্দ্দিষ্ট দিনৰ শেষ হ'ব, এয়ে মাথোন তেওঁৰ চিন্তা। বিৰহৰ এই দিনকেইটা যে কিমান দীঘল! যেন তাৰ অন্তই নহয়! কিন্তু দিন প'ল। শকুন্তলাই ভাবিলে, বিৰহৰ দীঘল ৰাতিৰ পাচত মিলনৰ সুপ্ৰভাত হব, তেওঁৰ আৰাধ্য দেৱতাক অচিৰে দেখা পাব।

তেওঁৰ মন কিবা এটা অজ্ঞাত সুখৰ ভাবত উটি গ'ল। কিন্তু ক'তা! তেওঁক নিবলৈ দেখোন কোনো নাহিল! শকুন্তলা চিন্তিতা হ'ল, কিবা কাৰণত দুই এদিনৰ পলম ঘটিছে বা! ক'তা, সিও তো নহয়! এদিন দুদিনকৈ কত দিন প'ল, তথাপি শকুন্তলাক নিয়া তো দূৰৰ কথা, কোনো বাতৰিও যে পাবলৈ নাই! তেনেহলে দুষ্মন্ত অবিশ্বাসী প্ৰতাৰক নে কি! তেওঁৰ প্ৰেম, তেওঁৰ প্ৰতিজ্ঞা সকলো ছলনা নে কি! শকুন্তলাৰ হৃদয় ব্যাকুল হ'ল; দুষ্মন্তৰ চিন্তাত আকুল প্ৰাণেৰে বহি কিবা-কি

ভাবিবলৈ ধৰিলে; সেই চন্দ্ৰবদন ক্ৰমশঃ মলিন হৈ আহিবলৈ ধৰিলে।

মহৰ্ষি কণ্ব তীৰ্থৰ পৰা ঘূৰি আহি জানিব পাৰিলে যে শকুন্তলাই দুষ্মন্তৰ তেজ ধাৰণ কৰিছে। যোগ্যপাত্ৰত শকুন্তলাক অৰ্পণ কৰাৰ ইচ্ছা কণ্বৰ আগৰে পৰা আছিল, এতিয়া শকুন্তলাই নিজে অতি সুযোগ্য পাত্ৰ লাভ কৰা শুনি তেওঁ ৰং পালে। কিন্তু পৰৰ ধন যিমান সোনকালে পৰা যায় শোধাই দি নিৰাপদ হোৱাই ভাল, নহলে তাৰ তত্ত্বাৱধান লবলৈ বিশেষ সতৰ্কতাৰ আৱশ্যক হয়—ইয়াকে ভাবি কণ্বই শকুন্তলাক অবিলম্বে স্বামীৰ ওচৰলৈ পঠিয়াবলৈ সিদ্ধান্ত কৰিলে।

সেই মতেই আয়োজন হ'ল। কণ্বই শকুন্তলাক সজাবলৈ শিষ্য দুজনক গছৰ পৰা ফুল আনিবলৈ দিলে। তেওঁ-লোক ফুল ছিঙিবলৈ গছৰ ওচৰলৈ গ'লত কোনো গছে বগা পাটৰ কাপোৰ দিলে; কোনো গছে আলতা দিলে; আকৌ কোনো গছৰ পৰা বনদেৱতাসকলে কুঁহিপাত যেন হাতেৰে বিবিধ অলঙ্কাৰ দান কৰিলে। অনসূয়া আৰু প্ৰিয়ম্বদাই যদিও আগতে এইবোৰৰ ব্যৱহাৰ দেখা নাছিল তথাপি চিত্ৰ বিদ্যাৰ সাহায্যেৰে য'ত যি শোভা পায় তেনেভাবে পিন্ধাই উৰাই দিলে।

ধান-দূৰ্ব্বা আদি লৈ তাপসীসকলে আশীৰ্ব্বাদ

এই সুখকৰ সংবাদ পঠিয়াম। তোমালোকৰ ঈশ্বৰে মঙ্গল কৰক। এই যে তোমাৰ পুত্ৰ, তেওঁক ইয়াত সকলোৱে সৰ্ব্বদমন বুলি জানে। কালত এওঁ সপ্তদ্বীপা পৃথিবীৰ চক্ৰবৰ্ত্তী ৰজা হৈ ভৰত নাম পাব।"

সকলোৰে মনত আনন্দ মিলিল। ৰজাই মহৰ্ষিক সেৱা কৰি বিদায় মাগিলে। ঋষিয়েও আশীৰ্ব্বাদ দিলে।

তেতিয়া পুত্ৰভাৰ্য্যাসমন্বিতে দুষ্মন্ত ইন্দ্ৰৰ ৰথত উঠি ৰাজধানীলৈ উলটিল। ইমান দিনৰ দুখৰ ৰাতিৰ পাচত সুখৰ প্ৰভাতে তেওঁলোকৰ নব জীৱনৰ সূচনা কৰিলে।

অন্ত

কৰিলে,—"আই! তুমি মহাৰাণী হোৱাঁ।" "বীৰ-প্ৰসৱিনী হোৱাঁ।" "স্বামীৰ আদৰ লাভ কৰা।" ইত্যাদি।

কণ্বই অগ্নিত হোম কৰি শকুন্তলাক প্ৰদক্ষিণ কৰিবলৈ কৈ মন্ত্ৰ মাতিলে,—"বেদীৰ চতুৰ্দ্দিশে সংস্থাপিত, পবিত্ৰ সমিধেৰে প্ৰজ্জ্বলিত, চাৰিওকাষে কুশৰাশি বিক্ষিপ্ত বৈতানিক বহ্নিয়ে হবিৰ গন্ধেৰে পাপনাশ কৰি তোমাক পবিত্ৰ কৰক।"

শকুন্তলাই কণ্বক সেৱা কৰিলে। কণ্বই আশীৰ্ব্বাদ দিলে,—"শৰ্ম্মিষ্ঠা যযাতিৰ যেনে আদৰৰ আছিল, তুমিও তোমাৰ স্বামীৰ তেনে আদৰৰ হোৱাঁ। আৰু পুৰুৰ দৰে ৰাজচক্ৰবৰ্ত্তী পুত্ৰ লাভ কৰা।"

যাত্ৰাৰ সকলো মাঙ্গলিক অনুষ্ঠান শেষ হোৱাত কণ্বই কেইজনমান তপস্বী আৰু তপস্বিনী লগত দি শুভ-ক্ষণত শকুন্তলাক পতি গৃহলৈ যাত্ৰা কৰাই আগ বঢ়াই থ'লে।

বিদায় কালত কণ্বই আশীৰ্ব্বাদ দি ক'লে,—"আই! যোৱাঁ। তোমাক নো কি উপদেশ দিম? তুমি নিজেই সকলো জানা। তথাপি কওঁ—তুমি সততে স্বামীৰ সেৱা-শুশ্ৰূষা কৰিবা। সপত্নীসকলক সখী বুলি ভাবিবা, দাস-দাসীক মৰমেৰে চলাবা আৰু গৃহকাৰ্য্যত চকু ৰাখিবা। এতিয়া যোৱাঁ, সংসাৰ-কাৰ্য্য শেষ কৰি উপযুক্ত পুত্ৰক ৰাজ্যভাৰ গটাই দি, যেতিয়া স্বামীৰে সৈতে আকৌ আশ্ৰমলৈ আহিবা, তেতিয়া আকৌ দেখা হব।"

যদিও পতি-গৃহলৈ যোৱাটো শকুন্তলাই সৌভাগ্য বুলি ভাবিছিল, তথাপি আশ্ৰম এৰিব লগা হোৱাত চকুলো টুকিছিল। সেই চিৰ পৰিচিত তপোবন, সেই বৃক্ষ-লতা, সেই হৰিণ হৰিণী, নিজ হাতে পানী দি ডাঙৰ দীঘল কৰা নৱমালিকা বন-জ্যোৎস্না, পিতাক কণ্ব, আশ্ৰমৰ তপস্বী আৰু তাপসীসকল আৰু তেওঁৰ অতি চেনেহৰ সখীয়েক প্ৰিয়ম্বদা অনুসূয়াক এৰি যাব লগা হোৱাত তেওঁ শোকত অভিভূত হৈ পৰিছিল।

শকুন্তলাক বিদায় দিওঁতে আশ্ৰমবাসী সকলো নিৰানন্দ হৈছিল। তেওঁ যে আশ্ৰমৰ সকলোৰে বৰ আদৰৰ! প্ৰিয়ম্বদা অনুসূয়াই কান্দি পেলাইছিল, পছু পোহালিবোৰে শকুন্তলাৰ কাপোৰত কামুৰি টানি ধৰিছিল, ডালৰ চৰায়েও বিননিৰ সুৰ ধৰিছিল। আন কি মহৰ্ষি কণ্বয়ো বিচলিত হৈ কৈছিল,--"হায়! মোৰ দৰে তপস্বীৰেই এই দশা। গৃহীবিলাকে ছোৱালী উলিয়াই দিওঁতে চাগৈ কিমান কষ্ট পায়!"

এই দৰেই মৰম-চেনেহ আৰু কান্দোন-কাটোনৰ করুণ কাহিনীৰ মাজত শকুন্তলাৰ বিদায় শেষ হ'ল। তপস্বী-পৰিবৃতা শকুন্তলাই কম্পিত হৃদয়েৰে পতিগৃহলৈ খোজ ল'লে।

---

( ৮ )

কি যে বিধাতাৰ লীলা! য'ত অমঙ্গলৰ কোনো সম্ভাৱনা নাই, তাতো যে হঠাৎ ক'ৰবাৰ পৰা বিপদ আহি পৰে! য'ত সন্দেহৰ ছায়া মাত্ৰও নাই, তাতো অবিশ্বাসৰ ধুলি পৰি উঠে! বিনামেঘেৰেও বজ্ৰপাত হয়! কোনে ভাবিছিল শকুন্তলাক দেখি দুষ্মন্তৰ হৃদয় নাচি নুঠিব! কোনে ভাবিছিল শকুন্তলাৰ আগমনত দুষ্মন্তই আনন্দত অধীৰ হৈ তেওঁক বুকত সুমুৱাই নল'ব! কোনে ভাবিছিল পুৰুবংশৰ প্ৰদীপ সেই ন্যায়পৰায়ণ ধাৰ্ম্মিক দুষ্মন্তই নিজৰ পৰিণীতা পত্নী শকুন্তলাক সমাগতা দেখিও চিনি নাপাওঁ বুলি ক'ব! যদিও কোনেও ভৰা নাছিল, তথাপি কাৰ্য্যত সেয়ে হ'ল, দুষ্মন্তই শকুন্তলাক চিনি নাপালে, বিবাহৰ কথা সোঁৱৰাই দিয়াতো তেওঁৰ মনত নপৰিল; যিবা আঙঠিটো চিন আছিল, শকুন্তলাৰ দুৰ্ভাগ্যৰ গুণে সিও বাটতে শচী তীৰ্থৰ পানীত পৰি হেৰাল। আৰু তো বিশ্বাস জন্মাবৰ উপায় নাই! ৰজা শকুন্তলাৰ ৰূপত মুগ্ধ হৈছিল, কিন্তু বিবাহৰ কথা মনত নোহোৱাকৈ পৰ-পত্নী বুলি সন্দেহ হোৱা সগৰ্ভা ৰমণীক গ্ৰহণ কৰে কেনেকৈ? সি যে মহাপাপ! দুষ্মন্তই শকুন্তলাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে।

শকুন্তলাৰ মানসিক অৱস্থা এতিয়া চাই কোনে! তেওঁৰ যিমান মনত পৰিল, সকলো ঘটনা বৰ্ণালে, ওৰণী গুচাই ৰজাৰ আগত থিয় দিলে; কিন্তু ৰজাই সিমানতো তেওঁক চিনি পাওঁ নুবুলিলে। আৰু তো উপায় নাই। লগত যোৱা তপস্বীসকলে ক'লে,—"নিজে নিজে স্বামী বিচাৰি লোৱাৰ এই ফল; কোনেও গম নোপোৱাকৈ গোপন-বিবাহ কৰাৰ এই পৰিণাম। আমি আমাৰ কাম কৰিলোঁ। যদি ৰজাৰ কথা সঁচা, তেন্তে তোৰ জীৱনেই ধিক্ আৰু যদি তুই জান যে তেওঁ হে মিছা মাতিছে, নাইবা পাহৰিছে, তেন্তে দাসী হৈও তেওঁৰ ওচৰত থকা ভাল।"

এই দৰে কৈয়েই শকুন্তলাক তাতে এৰি তপস্বী-সকলে আশ্ৰমলৈ খোজ ল'লে। স্বামী আৰু সহচৰৰ দ্বাৰা পৰিত্যক্তা হৈ শকুন্তলাই কান্দিবলৈ ধৰিলে। সেই কান্দোন কি বিষাদপূৰ্ণ! কি কৰুণ! পাষাণো বোধ হয় গলি যাব! ৰজাৰ অন্তৰো অলপ কোমল হ'ল; মনত ঘোৰ সন্দেহ উপস্থিত হ'ল।

ৰজাৰ আজিলৈকে কোনো সন্তান নাই। জ্যোতিষী-সকলে কৈছিল যে তেওঁৰ চক্ৰৱৰ্ত্তীলক্ষণযুক্ত এটি পুত্ৰ হব। কিন্তু তেওঁৰ কোনো মহিষীয়েই পুত্ৰৰ জননী হবলৈ আগ বঢ়া নাই। যদি শকুন্তলাৰ সন্তানটি পুত্ৰ হয়, আৰু তেনে লক্ষণযুক্ত হয়, তেনেহলে তেওঁৰেই যে ভুল

হৈছে, সেইটো স্থিৰ হব আৰু তেতিয়া শকুন্তলাক গ্ৰহণ কৰিব পাৰিব। ইয়াকে ভাবি তেওঁ পুৰোহিতক মাতি আনি ক'লে,—'দেউ, ছোৱালীজনীক আপোনাৰ ঘৰতে ৰাখক। যদি তেওঁৰ সন্তানটি জ্যোতিষী-গণনাৰে মিলে, তেন্তে গ্ৰহণ কৰিম, নহলে তেতিয়া যি হয় কৰা যাব।"

'ৰাক" বুলি পুৰোহিত ওলাই গ'ল; কিন্তু শকুন্তলাক তেওঁ দেখাকে নাপালে। শকুন্তলাৰ বিপত্তি দেখি হঠাৎ মেনকা আহি তেওঁক কৰবালৈ লৈ গ'ল।

(৯)

দুষ্মন্তৰ মনত এটা ঘোৰ সন্দেহে বাহ ললে! কিজানি তেওঁ পত্নী-ত্যাগীয়েই হ'ল। শকুন্তলাই নো মিছাকৈয়ে তেনে জাল পাতিছিল নে? নাইবা তেওঁৰেই ই মতি-ভ্ৰম? তেওঁ বহুত ভাবিলে. কিবা যেন ধৰোঁ ধৰোঁ হয়, অথচ ধৰিব নোৱাৰে; কিবা যেন মনত পৰে পৰে, অথচ নপৰে। সন্দিগ্ধ চিত্তেৰে চিন্তাকুল প্ৰাণেৰে এনেকৈয়ে দুষ্মন্তই তেওঁৰ দিন কটাবলৈ ধৰিলে।

এদিন জালোৱা এটাই আঙঠি এটা বেচিবলৈ লৈ ফুৰাইছিল। আঙঠিটো বহুমূলীয়া, তাত ৰজাৰ নাম কটা আছিল। সি সেই আঙঠিটো হেনো মাছৰ পেটত পাইছিল। জালোৱাই গ্ৰাহক বিচাৰি ফুৰোঁতেই এটা

চিপাহীয়ে পাই তাক চোৰ বুলি বান্ধিলে আৰু তাৰ কথা-বতৰা, কাবৌ-কোকালি সকলো অগ্ৰাহ্য কৰি, ঠেলি-হেঁচি, পতিয়াই-ভুকুৱাই ৰজাৰ ওচৰলৈ লৈ আহিল আৰু সকলো কথা নিবেদন কৰিলে। আঙঠিটো পায়েই ৰজাৰ যেন কিবা পাহৰা কথা মনত পৰিল, হঠাৎ যেন তেওঁৰ চকুৰ আগৰ পৰা মোহৰ অন্ধকাৰ যৱনিকা এখন আঁতৰি গ'ল। তেওঁৰ হৃদয় ৰথকৈ বিচলিত হৈ পৰিল। তেওঁ চিপাহীটোক জালোৱাৰ কথা সঁচা বুলি তাৰ বান্ধ মেলি দিবলৈ ক'লে আৰু তাক আশা-তীতৰূপে পুৰস্কৃত কৰিলে।

সেইটো দুষ্মন্তই শকুন্তলাক দিয়া আঙঠি। আঙঠি পাই শকুন্তলাৰ সকলো কথা ৰজাৰ মনত পৰিল। শকুন্তলাৰ লগত সাক্ষাৎ, উভয়ৰ প্ৰতি উভয়ৰ অনুৰাগ গান্ধৰ্ব্ব বিবাহ আৰু তেওঁৰ প্ৰতিজ্ঞা—এটা এটাকৈ সকলো তেওঁৰ স্মৃতি-পটত উদয় হ'ল। তেওঁৰ মনত ঘোৰ অনুতাপৰ জুই জ্বলি উঠিল। প্ৰকাশ্য সভাত শকুন্তলাৰ প্ৰত্যাখ্যান, সেই কোমলা বালাৰ দুয়ো চকুৰেদি বোৱা লোতকৰ ধাৰ আৰু শকুন্তলাৰ সেই প্ৰেম আৰু অভি-মানেৰে মিহলি হিয়া-বিদাৰি-যোৱা বাক্যাৱলী এতিয়া শত শত বৃশ্চিকৰ দংশনতকৈও ভীষণ হৈ তেওঁৰ হৃদয় ভাঙি-ছিঙি নিবলৈ ধৰিলে; দুৰ্ঘোৰ যন্ত্ৰণাত তেওঁ অধীৰ হৈ পৰিল। হায়! ক'ত সেই সুকোমলা

শকুন্তলা। অপমান আৰু অনাদৰৰ ভীষণ বজ্ৰাঘাতে তেওঁক জানো আৰু জীয়াই ৰাখিছে! তেওঁ হেনে-হলে পত্নী-ঘাতী! দুষ্যন্তই বহুতো অনুসন্ধান কৰালে; কিন্তু মিছা হ'ল: শকুন্তলা নোলাল। এতিয়া তেওঁ শকুন্তলাকেই ভাবি, শকুন্তলাৰ ছবি আঁকি জগৎ পাহৰি গ'ল, ৰাজ-কাৰ্য্যৰ প্ৰতি মনোযোগ নোহোৱা হ'ল, নিজৰ স্মৃতি-শক্তিক ধিক্কাৰ দি অনুতাপত দিনে দিনে দগ্ধ হবলৈ ধৰিলে; বিৰহ আৰু বিষাদত সেই কেঁচা সোণৰ বৰণ ক্ৰমশঃ মলিন হৈ আহিল। এই যন্ত্ৰণাত তেওঁ একোবাৰ কৈ উঠে:—'শকুন্তলা, এই নৃশংসৰ অত্যাচাৰ আৰু অনাদৰত তুমি কুটিলতাপূৰ্ণ পৃথিবী এৰি গ'লা; লগে লগে পুৰুবংশৰ উত্তৰাধিকাৰী, জল-পিণ্ডৰ আশাও শেষ হ'ল। আৰু মোৰ একো বাঞ্ছা নাই; সোনকালে শান্তিধামত তোমাক দেখা পাব পাৰিলেই প্ৰাণে অলপ শান্তি পাব।"

( ১০ )

দুষ্যন্ত এতিয়া শকুন্তলাৰ ধ্যানত মগ্ন; ৰাজকাৰ্য্যও তেওঁৰ মূৰত এটা বোজাৰ দৰে হ'ল। কৰ্ত্তব্যৰ অনুৰোধত মাথোন তালৈ একেবাৰেই পিঠি দিব পৰা নাই। এনেতে এদিন ইন্দ্ৰৰ সাৰথি মাতলি আহি তেওঁৰ ওচৰত

উপস্থিত হ'ল। দুষ্মন্তই তেওঁক সাদৰেৰে অভ্যৰ্থনা কৰি স্বৰ্গৰ বয়-বাতৰি সুধিলে। মাতলিয়ে সকলো কথা যথাযথ বৰ্ণনা কৰি ক'লে,—"মহাৰাজ, কালনেমি-বংশৰ দুৰ্জ্জয় নামে এদল দানৱ আছে। সিহঁত ইন্দ্ৰৰ অজেয়, সিহঁতৰ মৃত্যু আছে আপোনাৰ হাতত। সেই কাৰণে মই আপোনাক নিবলৈ ৰথ লৈ আহিছোঁ। যদি মহাৰাজে দেৱৰাজৰ অনুৰোধ ৰাখি তেওঁক বিপদৰ পৰা মুক্ত কৰিব খোজে, তেন্তে যাবলৈ সাজু হব পাৰে।"

দুষ্মন্তই ক'লে, "দেৱৰাজৰ এই আদেশ ভৃত্যৰ প্ৰতি অনুগ্ৰহ মাথোন। মই যাবলৈ প্ৰস্তুত হলোঁ।" মনে মনে ভাবিলে, "এই যুদ্ধতেই যদি মোৰ শেষ শয়ন হয়, সিও ভাল। শকুন্তলা-বিহীন জীৱন লৈ আৰু কিমান নৰক-যন্ত্ৰণা ভোগ কৰিম!"

দুষ্মন্তই তেতিয়া ৰাজকাৰ্য্য মন্ত্ৰীৰ ওপৰত ন্যস্ত কৰি মাতলিৰে সৈতে ৰথত উঠি স্বৰ্গলৈ যাত্ৰা কৰিলে।

( ১১ )

স্বৰ্গত দৈত্যবিলাকৰ বিনাশ সাধন কৰি আৰু প্ৰকাণ্ড অমৰ-সভাত ইন্দ্ৰই স্বহস্তে পিন্ধোৱা বিজয় মালাৰে গৌৰৱান্বিত হৈ দুষ্মন্তই দেৱৰাজ আৰু অমৰমণ্ডলীৰ ওচৰত বিদায় গ্ৰহণ কৰিলে। ইন্দ্ৰই নানা প্ৰকাৰ প্ৰীতি-

সম্ভাষণেৰে তেওঁক আগ বঢ়াই নিজৰ ৰথত তুলি পৃথিবীলৈ পঠিয়ালে।

স্বৰ্গলৈ যাবৰ সময়ত অসুৰৰ লগত হ'বলগীয়া যুদ্ধৰ চিন্তাত দুষ্মন্তই আন একোলৈকে লক্ষ্য কৰা নাছিল। এতিয়া উলটি আহোঁতে বাট-পথ ভালকৈ চাই-চিতি আহিবলৈ ধৰিলে। তেওঁলোক আহি পৰিবহ বায়ুৰ মাৰ্গত প্ৰবেশ কৰিলে। ইয়াতেই আকাশী গঙ্গাক প্ৰবাহিত হোৱা আৰু গ্ৰহ-নক্ষত্ৰবিলাক নিজ নিজ চক্ৰত ভ্ৰমণ কৰা দেখা পালে। কিছু সময়ৰ পাচত ৰথ আহি মেঘ মণ্ডলত সোমাল। চাতক পক্ষীবিলাক ৰথৰ চকাৰ মাজেদি উৰি গ'ল; বিজুলীৰ চমকনিত ঘোৰাৰ গা তিৰবিৰাই উঠিল।

ৰথ ক্ৰমশঃ পৃথিবীৰ ওচৰ চাপিল। ৰজাই দেখিলে যেন পৰ্ব্বতবিলাক ওপৰলৈ মূৰ তুলি উঠিছে, আৰু পৃথিবীখন পৰ্ব্বতৰ টিঙৰ পৰা নামি গৈছে; গছৰ মাজৰ পৰা গছৰ গুৰি আৰু ডাল-পাত ওলাই পৰিছে; আগেয়ে নেদেখা নৈবোৰ হঠাৎ চকুত পৰিছে। ৰজাৰ মনত এনেহে লাগিল যেন তেওঁ একে ঠাইতে আছে, পৃথিবী-খনহে কোনোবাই তেওঁৰ কাষলৈ দলি মাৰি দিছে। তেওঁ পৃথিবীৰ সৌন্দৰ্য্য দেখি পৰম আনন্দ লাভ কৰিলে।

ৰথ আহি হেমকূট শিখৰ ওচৰ চাপিল। ই এখনি

তপস্যাৰ সিদ্ধি-ক্ষেত্ৰ। ইয়াতেই কিন্নৰসকলে বাস কৰে। ইয়াতেই সুৰাসুৰগুৰু মৰীচি-পুত্ৰই সপত্নীক তপস্যা কৰে। দুষ্মন্তই মাতলিৰ পৰা সকলো কথা জানি লৈ মহৰ্ষিক এটি সেৱা জনাই আহিবলৈ মনতে স্থিৰ কৰিলে আৰু মাতলিক আশ্ৰমৰ ফাললৈ আগ বাঢ়িবলৈ ক'লে।

আশ্ৰমৰ মুখতে তেওঁলোকে এজন তপস্বী দেখা পালে। তপস্বীজনৰ তলছোৱা উঁই-হাফলুত পোত যোৱা, সাপৰ কলপেৰে বুকুখন ঢকা, মূৰৰ জঁটত চৰাইৰ বাহ। তেওঁ খুটা এটাৰ দৰে থৰ লাগি সূৰ্য্যৰ ফাললৈ চাই আছিল।

ইয়াতে মাতলিয়ে ৰথ ৰাখিলে। তপস্বীক প্ৰণাম কৰি তেওঁলোক আশ্ৰমলৈ সোমাই গ'ল। মাতলিয়ে মাৰীচক দুষ্মন্তৰ আগমনৰ বাতৰি দিবলৈ সুযোগ বিচাৰি গ'ল আৰু দুষ্মন্তই এজোপা অশোকৰ তলতে বিশ্ৰাম ল'লে।

হঠাৎ দুষ্মন্তই দেখা পালে, এটি সৰু লৰাই মাকৰ পিয়াহ খাই থকা সিংহ-পোৱালি এটা বলেৰে টানি লৈ আহিছে। সিংহ-পোৱালিটো মাকৰ ওচৰলৈ যাব খুজিছে কিন্তু লৰাটোৱে তাক এৰি নিদি মুখ মেলিবলৈ যত্ন কৰিছে আৰু কৈছে—"মুখ মেল সিংহ, মই তোৰ দাঁত গণিম।" সেই সৰু লৰাটোৰ এনে সাহসৰ কাৰ্য্য দেখি দুষ্মন্ত চমকিত হ'ল; একেবাহে চাই থাকিবলৈ ধৰিলে। দুজনী তপস্বিনীয়ে

সিংহ-পোৱালিটো লৰাটোৰ হাতৰ পৰা এৰুৱাবলৈ চেষ্টা কৰিলে; কিন্তু নোৱাৰিলে। তেতিয়া ৰজাক দেখা পাই তেওঁলোকে সাহায্য কৰিবলৈ তেওঁক অনুৰোধ কৰিলে দুষ্মন্তয়ো তেওঁলোকৰ কথামতে সিংহ-পোৱালিটো এৰুৱাই দিলে। হঠাৎ ৰজাই দেখিবলৈ পালে লৰাটোৰ হাতৰ তলুৱাত চক্রবর্ত্তী-লক্ষণ! ৰজা আচৰিত হ'ল। তদুপৰি লৰাটো যে দু-বছু তেওঁৰে নিচিনা। অকল সেয়ে নহয়, মুনি-কুমাৰৰ এনে দুর্দ্দমনীয় তেজ দেখিও তেওঁৰ সন্দেহ জন্মিছিল; সেই দেখি লৰাটোৰ পৰিচয় পাবলৈ তেওঁ ব্যগ্র হৈ পৰিল।

পৰিচয় লাহে লাহে সকলো ওলাল। সেইটিয়েই দুষ্মন্তৰ একমাত্র বংশধৰ, শকুন্তলাৰ পুত্র। তাৰ পিচত শকুন্তলাৰ লগত দুষ্মন্তৰ সাক্ষাৎ হ'ল, দুষ্মন্তই তপস্বিনী বেশধাৰিণী শকুন্তলাক দেখি আঙঠি পোৱাৰে পৰা সকলো বৃত্তান্ত বর্ণনা কৰি ক্ষমা প্রার্থনা কৰিলে। শকুন্তলায়ো নিজৰ অসৱধানতাবশতঃ আঙঠি হেৰুওৱাৰ বাবে নিজৰ দোষ স্বীকাৰ কৰি ক্ষমা খুজিলে।

এই মিলনত শকুন্তলা আৰু দুষ্মন্তই নব জীৱন লাভ কৰিলে। দুয়ো মাৰীচৰ ওচৰলৈ গৈ প্রণাম কৰিলে। মাৰীচে দুয়োকো আশীর্ব্বাদ কৰি ক'লে,—"তোমালোকৰ যি হৈ গ'ল, তাৰ বাবে বেজাৰ নকৰিবা; কাৰণ তাক খণ্ডাবৰ উপায় নাছিল। কেনেকৈ এনে হ'ল কওঁ শুনা।

তুমি যেতিয়া ৰাজধানীলৈ উলটি গ'লা, তেতিয়া শকুন্তলা তোমাৰ চিন্তাত আকুল হৈ পৰিছিল। এদিন এনেকৈ আপোন-পাহৰা হৈ থাকোঁতেই দুৰ্ব্বাসা অতিথি স্বৰূপে দুৱাৰত উপস্থিত হৈছিল, কিন্তু শকুন্তলাৰ বাহ্য-জ্ঞান একো নথকাত তাৰ গমকে নাপালে। ভিক্ষা নাইবা আন কোনো সমিধান নাপাই খঙত দুৰ্ব্বাসাই অভিশাপ দিলে,—"তই যাক ভাবি অতিথিক অৱহেলা কৰিছ, সিয়েই তোক পাহৰি যাব।" শকুন্তলাই সেইবোৰ একোকে কব নোৱাৰিলে; কিন্তু প্ৰিয়ম্বদাই নিজগৰ পৰা শুনি লৰি গৈ ক্ষমা প্ৰাৰ্থনা কৰি ঋষিৰ ভৰিত দীঘল দি পৰিল। ঋষিয়ে ক'লে,—"মোৰ বাক্যৰ অন্যথা নহয়, তেও যদি কিবা অভিজ্ঞান দেখুৱাব পাৰে, তেন্তে মনত পৰিব।" সেই দেখিয়েই আঙঠিটো পাই তোমাৰ সকলো কথা মনত পৰিছিল।

মাৰীচৰ কথাত দুয়ো দোষৰ পৰা মুক্ত হৈ আনন্দ পালে। শকুন্তলাই ক'লে—"এতিয়া বুজিছোঁ—সখীহঁতে কিয় মোক আঙঠিটো ভালকৈ ৰাখিবলৈ কৈছিল।"

দুষ্মন্তই ক'লে—"ময়ো আপোনাৰ কথাত দোষ আৰু অনুতাপৰ পৰা মুক্ত হলোঁ। বোধ কৰোঁ পিতা কাশ্যপ মোৰ ওপৰত কষ্ট হৈছে, তেওঁকো এই সংবাদ জনাব লাগে।

মাৰীচে ক'লে,—"সেইবোৰ চিন্তাৰ প্ৰয়োজন নাই। তেওঁ তপৰ প্ৰভাৱত সকলো জানে। তথাপি মই এতিয়াই